# সাহিত্য-সংস্কৃতিৰ প্ৰবাহ

( তৃতীয় খণ্ড )

যজ্ঞেশ্বৰ শৰ্মা



জাৰ্ণাল এম্প'ৰিয়াম
পি. এল. চি. ৰোড
নলবাৰী, অসম

**Sahitya-Sanskritir Prabah**, Vol. III : A Literary collection of Essays, written by Principal J. Sarma and published by S Baishya, Journal Emporium, Nalbari.
Price : Rs. 30'00 Only.

---

প্ৰকাশক : সুৰেন চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম
নলবাৰী, অসম

প্ৰথম প্ৰকাশ : জুন, ১৯৮৯ ।

প্ৰচ্ছদ : ধনঞ্জয় শৰ্মা ।

মূল্য : ৩০'০০ টকা ।

মুদ্ৰক : শ্ৰীসুনীল কুমাৰ নন্দী
পূৰ্ণিমা প্ৰিণ্টিং ওৱাৰ্কছ
২৮কে, অবিনাশ ঘোষ লেন
কলিকতা-৬

## ।। নিবেদন ।।

'সাহিত্য সংস্কৃতিৰ প্ৰবাহ' প্ৰথম আৰু দ্বিতীয় খণ্ডই ৰাইজৰপৰা, বিশেষকৈ ছাত্ৰ আৰু শিক্ষক সমাজৰপৰা সমাদৰ পাইছে। পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ প্ৰমুখ্যে পণ্ডিতসকলেও প্ৰশংসা কৰিছিল।

এতিয়া তৃতীয় খণ্ড আগবঢ়োৱা হ'ল। ইয়াৰ লেখখিনি প্ৰবন্ধ প্ৰকাশ, প্ৰান্তিক, অসম সাহিত্য সভা পত্ৰিকা, অসম বাণী আদি কাকতত প্ৰকাশ হৈছিল। কেই-খনমান ৰচনা ক'তো প্ৰকাশ হোৱা নাই।

এইখিনি গোটাওঁতে অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা, শ্ৰীঅতুলানন্দ গোস্বামী, শ্ৰীমতী অদিতি ভূঞা, শ্ৰীশূলনাথ শৰ্মা, শ্ৰীমতী তুলতুল বৰা, আমাৰ জীয়ৰী শ্ৰীমতী আৰাধনা ফুকন আদি বহুতে সহায় কৰিছে। সহধৰ্মিনী শ্ৰীমতী ব্ৰজবালা দেৱীয়ে সততে এই কামত সহায় কৰি আছে।

নলবাৰীৰ জাৰ্ণাল এম্প'ৰিয়ামে এই খণ্ড প্ৰকাশ কৰিবলৈ গাত লৈছে। অধ্যাপক শ্ৰীশশী শৰ্মাই এই সম্পৰ্কত যোগাযোগ কৰিছে।

আশা কৰোঁ অসমীয়া প্ৰবন্ধ সাহিত্যলৈ সামান্য বৰঙণিৰূপে আগবঢ়োৱা এই খণ্ডয়ো আগৰ দুই খণ্ডৰ দৰে ৰাইজৰ আদৰ পাব।

বিনীত—

২১ আঘোণ ১৯১০ শক।

শ্ৰীমহেশ্বৰ শৰ্মা।



## ॥ প্ৰবন্ধ-সূচী ॥

| প্ৰবন্ধ | | | পৃষ্ঠা |
|---|---|---|---|

# সংস্কৃত আৰু ভাৰতৰ নৱজাগৃতি

"Science the Renaissance there has been no event of such worldwide significance in the history of culture as the discovery of Sanskrit literature in the latter part of the eighteenth century" —A Macdonell

বিলাতৰ বিখ্যাত বিশ্ববিদ্যালয় এখনৰ সংস্কৃত বিভাগৰ পণ্ডিত মেগ্‌ডোনালে সংস্কৃত সাহিত্যৰ বুৰঞ্জী এই বাক্যেৰে আৰম্ভ কৰিছে—নৱ-জাগৃতিৰ পাছত মানৱ সভ্যতাৰ বুৰঞ্জীত সংস্কৃত ভাষাৰ আবিষ্কাৰৰ নিচিনা তাৎপৰ্য্যপূৰ্ণ ঘটনা আৰু ঘটা নাই।

মেগ্‌ডোনালে এনেদৰে কোৱাৰ অৰ্থ এয়ে যে সংস্কৃত ভাষাই জগতত, বিশেষকৈ পাশ্চাত্য জগতত এখন নতুন দিগন্ত মুকলি কৰিলে। সংস্কৃত ভাষাই তুলনামূলক ভাষা বিজ্ঞানৰ অধ্যয়নত নতুন তথ্য যোগান ধৰিলে আৰু তুলনামূলক পুৰাণ আৰু ধৰ্ম্মৰ অধ্যয়নৰ ক্ষেত্ৰতো বৌদ্ধিক জগতত তোলপাৰ লগালে। গীতাৰ অনুবাদ, শকুন্তলা নাটকৰ অনুবাদ, হিতোপদেশৰ অনুবাদ এইবিলাকে পাশ্চাত্য জগতত ভাৰতীয় সংস্কৃতিৰ মৰ্য্যাদা প্ৰতিষ্ঠা কৰিলে আৰু পাশ্চাত্য দৰ্শন সাহিত্যইযো এক নতুন প্ৰেৰণা লাভ কৰিলে।

ইউৰোপত গ্ৰীক আৰু লেটিন সাহিত্যৰ প্ৰভাৱে জীৱনক নতুন তেজ আনি দিছিল। এই ঘটনাক বুৰঞ্জীত নৱজাগৃতি বুলি কয়। নৱজাগৃতিৰ মূলত গ্ৰীক সাহিত্য আৰু দৰ্শনৰ প্ৰেৰণা। মধ্যযুগত নিষ্ক্ৰিয় হৈ থকা বুদ্ধিবৃত্তি গ্ৰীক-দৰ্শনৰ পৰশ পাই সজীৱ হৈ উঠিল। চকুৰ আগত থকা পৃথিৱীখন আৰু ইয়াৰ অধিবাসী লোকসকলৰ মৰ্য্যাদা আৰু গৌৰৱ গ্ৰীক সাহিত্য আৰু দৰ্শনে আকৌ নকৈ সুপ্ৰতিষ্ঠিত কৰি তুলিলে। মানুহৰ সৌন্দৰ্য্যবোধ আৰু যুক্তিৰ প্ৰাধান্যৰ স্বীকৃতি ( Supremacy of reason ) ইয়াৰ প্ৰধান ফল। সেই ফলকেই আজিও ইউৰোপ তথা গোটেই জগতে ভোগ কৰি আছে।

পাশ্চাত্য জগতত গ্ৰীক সাহিত্য আৰু দৰ্শনে যি নতুন দৃষ্টিভঙ্গীৰ সৃষ্টি কৰিলে আমাৰ ভাৰতবৰ্ষত বৰ্তমান যুগতো সংস্কৃতৰ চৰ্চ্চাই তেনে জীৱনী-শক্তি দিব পাৰিছেনে? শিক্ষিত লোকে নিশ্চয় ভাবি চোৱা উচিত হব।

আধুনিক ভাৰতত কেইবা গৰাকীও মনীষী আৰু মহাপুৰুষ স্থানীয় লোকে সংস্কৃত সাহিত্য দৰ্শনৰ সহায়ত ভাৰতীয় জীৱনক নতুন আলোক দিবলৈ চেষ্টা কৰিছিল আৰু সেই চেষ্টাত বহু পৰিমাণে কৃতকাৰ্য্যও হৈছিল। সেই সকলৰ ভিতৰত ৰাজা ৰামমোহন ৰায়, বিশ্বকবি ৰবীন্দ্ৰনাথ, লোকমান্য বাল গঙ্গাধৰ তিলক আৰু ঋষি অৰবিন্দই প্ৰধান।

ৰাজা ৰামমোহন ৰায়ে উপনিষদ আৰু বেদান্তৰ যোগেদি ভাৰতীয় ধৰ্ম আৰু সমাজলৈ যি উদাৰতা আনিলে সেই চেতনাৰ ফলস্বৰূপে ভাৰতৰ গৌৰৱ পাহৰি যোৱা পশ্চিমীয়া আদৰ্শমুগ্ধ সমাজে গাত এটা আঘাত পালে। তেওঁ বেদান্ত আৰু উপনিষদ বঙলা ভাষালৈ অনুবাদ কৰিছিল আৰু মেক্সমুলাৰৰ আগতেই ঋগবেদৰো কিছু অংশ অনুবাদ কৰিছিল। তেওঁৰ প্ৰচাৰিত ব্ৰাহ্ম ধৰ্মই বহু ভাৰতীয়ক ধৰ্মান্তৰ গ্ৰহণৰ পৰা ৰক্ষা কৰিলে। ৰামমোহন ৰায়ৰ আদৰ্শত অনেক পাশ্চাত্য পণ্ডিতেও প্ৰাচীন সংস্কৃত সাহিত্যক আদৰ কৰিবলৈ উৎসাহ পালে। ৰামমোহন ৰায় ভাৰত আৰু পাশ্চাত্য জগতৰ প্ৰথম মিলনৰ সাঁকো। ৰামমোহন ৰায়ৰ আদৰ্শত মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ আৰু বিশেষকৈ তেওঁৰ বিশ্ববিখ্যাত পুত্ৰ ৰবীন্দ্ৰনাথ ঠাকুৰে ভাৰতীয় সাহিত্যত এটা নতুন যুগৰ প্ৰৱৰ্তন কৰিলে। ভাৰতলৈ বৃটিছ আগমনৰ লগে লগেই ভাৰতত পাশ্চাত্য তথা ইংৰাজী সাহিত্যৰ প্ৰভাৱ আৰম্ভ হ'ল আৰু ভাৰতীয় ভাষাৰ লিখকসকলেও পাশ্চাত্য সাহিত্যক অনুকৰণ কৰিয়েই নিজ নিজ ভাষা সাহিত্যক গঢ় দিবলৈ আগবাঢ়িল। ভাৰতীয় সাহিত্যত পাশ্চাত্যৰ যথেষ্ট প্ৰভাৱ থাকিলেও ইয়াৰ আত্মা আৰু বিষয় বস্তু অধিকাংশই ভাৰতীয়। বৈদিক যুগৰপৰা আৰম্ভ কৰি আধুনিক যুগলৈকে সংস্কৃত সাহিত্যত যি উচ্চ আৰু মহৎ আদৰ্শ প্ৰকাশ পাইছিল তাক ৰবীন্দ্ৰনাথে নিজৰ ভাষাত ৰোপণ কৰিলে আৰু ভাৰতীয় আন আন ভাষালৈকো তাৰ আদৰ্শ ডাঙি ধৰিলে। উপনিষদৰ উপাখ্যান, মহাভাৰত-ৰামায়ণৰ চৰিত্ৰ ৰবীন্দ্ৰনাথৰ হাতত নতুন ৰূপ আৰু পোহৰ লৈ প্ৰকাশ পালে। ভাৰতীয় সাহিত্যই ৰবীন্দ্ৰনাথৰ কবিতাৰ মাজেদি এক নতুন সৃষ্টিধৰ্মী সমালোচনাৰ জন্ম দিলে। প্ৰাচীন উৰ্বশীৰ কাহিনীয়ে ৰবীন্দ্ৰনাথৰ হাতত নতুন ব্যাখ্যা লাভ কৰিলে। ৰবীন্দ্ৰনাথৰ ৰোমাণ্টিক মনত কালিদাসৰ যুগৰ নিসৰ্গ আৰু নৰনাৰীয়ে সপোনৰ ৰহনসানি উদয় হয়। তাতোকৈ বেছি গুৰুত্বপূৰ্ণ কথাটো হ'ল ৰবীন্দ্ৰনাথৰ সমগ্ৰ সাহিত্য আদিৰ পৰা অন্তলৈকে উপনিষদৰ চিন্তাধাৰাৰ দ্বাৰা পুষ্ট আৰু সঞ্জীৱিত।

অৰবিন্দৰ গোটেই জীৱন দৰ্শন আৰু তেওঁৰ সাধনালব্ধ দিব্যজীৱনৰ আদৰ্শ ( Life Divine ) ভাৰতৰ বৈদিক সাহিত্যৰ অবিনাশী ফল।

মহাত্মা গান্ধীয়ে গীতাক তেওঁৰ মাতৃ বুলি কৈছিল। তেওঁৰ অহিংসা, ত্যাগ আৰু নিৰাসক্তি যোগৰ দৰ্শনো সম্পূৰ্ণৰূপে গীতাৰ দ্বাৰা অনুপ্ৰাণিত।

লোকমান্য বাল গঙ্গাধৰ তিলকৰ কৰ্মযোগৰহস্য আধুনিক ভাৰতৰ বাবে গীতাৰ এটা সম্পূৰ্ণ নতুন ভাষ্য।

আধুনিক ভাৰতৰ সামাজিক আৰু ৰাজনৈতিক চিন্তা আৰু কৰ্মৰ মূলত সংস্কৃত সাহিত্যাই যোগান ধৰা আদৰ্শ আৰু তাৰ ফল সামান্য নহয়। পাশ্চাত্য দৰ্শন বিজ্ঞানেও ভাৰতৰ নৱজাগৃতিক অৰিহনা যোগাইছে যদিও ভাৰতৰ এই নৱজাগৃতি ভাৰতৰ প্ৰাচীন সংস্কৃতিৰ মাজেদিয়েই আহিছে আৰু আহিব। এই সংস্কৃতিৰ আধাৰ সংস্কৃত ভাষা আৰু সাহিত্য। সংস্কৃত ভাষা সাহিত্যৰ এই ৰসায়ন ভাৰতীয় লোকে এতিয়াও উপযুক্ত পৰিমাণে সেৱন কৰিব পৰা নাই। ভাৰতীয় লোকৰ বুদ্ধিবৃত্তি আৰু আধ্যাত্মিক চেতনা সংস্কৃত ভাষাৰ মাজেদিহে ভাৰতলৈ আহিব। ই ভাৰতীয় চিন্তাৰ জীৱনীশক্তি। আলস্য আৰু উদাসীনতাৰ গুণত ভাৰতবাসীয়ে নিজৰ দেশৰ এই অমৃত ফল গ্ৰহণ কৰিব পৰা নাই। আলস্য আৰু উদাসীনতা এটা জাতিৰ জীৱনৰ লক্ষণ নহয়। পাশ্চাত্য বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ লগত ভাৰতীয় জ্ঞানৰ সমন্বয় হলেহে ভাৰতীয় জাতীয় জীৱনৰ নৱজাগৃতিৰ আৰম্ভ হব। আমি ভাৰতীয় মানুহে এতিয়া মাত্ৰ চকু মেলিছো, আধা-টোপনিতে আছো, সম্পূৰ্ণ জাগ্ৰত হোৱা নাই। ভাৰতীয় সাহিত্য দৰ্শনৰ অধ্যয়ন আৰু উপলব্ধিৰ দ্বাৰাহে ভাৰতীয় জাতি থিয় হব। এই কথা কোনো ভাৰতীয়ই পাহৰিব নালাগে।

সংস্কৃত ভাষাটোক সৰ্বসাধাৰণে কেৱল পুৰোহিতৰ কৰ্মকাণ্ডত প্ৰযুক্ত ভাষা বুলিয়েই ভাবিছিল। সেই ভ্ৰান্তি লাহে লাহে আঁতৰিব যেন লাগে। সংস্কৃত ভাষা দৰ্শন, বিজ্ঞান, সাহিত্য, শিক্ষা সকলো বিদ্যাৰে ভাষা আৰু সমাজৰ সকলোৰে পক্ষে এই ভাষাৰ জ্ঞান অপৰিহাৰ্য্য। বৰ্তমান যুগত আঞ্চলিক ভাষাৰ প্ৰাধান্য সকলোৱে স্বীকাৰ কৰাত আৰু এই ভাষাবিলাকৰ মাধ্যমেদি উচ্চতম শিক্ষা পৰ্য্যন্ত দান আৰু গ্ৰহণ কৰিবলগা হোৱাত সংস্কৃত ভাষায়েই এই শিক্ষা দান কাৰ্য্যত সহায় কৰিব লগা হৈছে। সংস্কৃতৰ জ্ঞান নথকা লোকে নিজৰ মাতৃভাষাকো চিনি পাব নোৱাৰে। আমাৰ মহাপুৰুষসকলৰ সাহিত্যও সম্পূৰ্ণ সংস্কৃতৰ ওপৰত প্ৰতিষ্ঠিত। সংস্কৃতৰ জ্ঞান

নহলে এই সাহিত্যৰ দুৱাৰ বন্ধ। শিক্ষক-অধ্যাপকসকলেও সংস্কৃত নজনাকৈ অসমীয়া ভাষাৰ অধ্যাপনা কৰিবলৈ সঙ্কোচ কৰিব লাগে।

সংস্কৃত মৃতকৰ ভাষা নহয়, জীয়া মানুহৰ ভাষা। সংস্কৃতত সংসাৰ-বৈৰাগ্যৰ কথাই প্ৰধান নহয়—শ্ৰেয় নাপাহৰি জীৱন উপভোগ কৰা আৰু জীৱনক উচ্চ আদৰ্শৰ কাৰণে প্ৰয়োগ কৰাই সংস্কৃতৰ সাহিত্য-দৰ্শনৰ বাণী। কুৰ্বন্নেবেহ কৰ্মাণি জিজীবিষেচ্ছতং সমাঃ (ঈশোপনিষৎ)। এশ বছৰ জীয়াই থাকিব, নিষ্কামভাৱে কৰ্ম কৰিব। হিতায় লোকস্য তব প্ৰিয়াৰ্থম। জনহিতৰ কাৰণে, ভগৱন্তৰ প্ৰীতিৰ অৰ্থে মানুহৰ জীৱন। সংসাৰ-ত্যাগ সংস্কৃত ভাষা-সাহিত্যৰ উপদেশ নহয়। জৱাহৰলাল নেহৰুৰ দৰে পাশ্চাত্য শিক্ষাত শিক্ষিত, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰতি বিশেষ পক্ষপাতী লোকেও স্বীকাৰ কৰি গৈছে। ভাৰতৰ যদি কিবা গৌৰৱ কৰিবলগা সম্পত্তি আছে, তেন্তে ই হ'ল সংস্কৃত ভাষা আৰু তাৰ মাজত থকা অমূল্য সম্পদৰাজি। পলাতক বৃত্তি সংস্কৃত সাহিত্য দৰ্শনৰ কথা নহয়। সংসাৰত থাকি সংভাৱে বল আহৰণ কৰি সংসাৰৰ মঙ্গল সাধন কৰা কথাহে ভাৰতীয় সাহিত্য-দৰ্শনে কয়।

ভগা গিলাচৰ টুকুৰা দেখি আমি তাক অমূল্য মাণিক বুলি ভ্ৰম কৰিব নালাগে। ডুখৰ ডাঠ আৰু টান ঢাকনিৰ মাজত নাৰিকলৰ শোমাই থাকে। নাৰিকলৰ পানী থাকে। সংস্কৃতৰ ভিতৰত প্ৰৱেশ কৰিবলৈ অলপ কষ্ট আছে, তাক গ্ৰহণ কৰিব নোখোজা লোকক অলস আৰু জড় বুলি কব লাগিব। এই সংস্কাৰিখন তেনে লোকৰ কাৰণে নহয়। মনৰ জড়তা দূৰ কৰাটোৱেই শিক্ষাৰ উদ্দেশ্য।

---

গীতা পঢ়িলে মানুহ সন্ন্যাসী হয়, এনে এটা প্ৰবাদ সমাজত আছে। অন্যায়-অত্যাচাৰৰ বিৰোধিতা কৰি জগতত মানুহৰ দৰে আচলতে জীয়াই থাকিবলৈ দৃঢ়প্ৰতিজ্ঞ মানুহৰ আদৰ্শ গীতাই দাঙি ধৰিছে। অৰ্জুনৰ কুৰুক্ষেত্ৰ, আমাৰ পক্ষে জীৱনযুদ্ধ।

একং শাস্ত্ৰং দেৱকীপুত্ৰ গীতম্। দেৱকী নন্দন কৃষ্ণৰ মুখৰপৰা ওলোৱা গীতাইহে একমাত্ৰ শাস্ত্ৰ, বল্লভাচাৰ্যই কোৱা বুলি জনা যায়। মহাপুৰুষ মাধৱদেৱৰ "একখানি মাত্ৰ শাস্ত্ৰনিষ্ঠ, দৈৱকীনন্দনে কৈলা যাক"—নামঘোষাৰ পদফাকি বল্লভাচাৰ্যৰ শ্লোকৰ ভাঙনি বুলি কোৱা হয়। গীতা শাস্ত্ৰ। শাস্ত্ৰ মানে সি সমাজক শাসন কৰে, বা কোনো সম্প্ৰদায়ক শাসন কৰে। গীতাৰ প্ৰত্যেক অধ্যায়ৰ শেষত যোগশাস্ত্ৰ বুলি ক'লেও প্ৰথমতে ব্ৰহ্মবিদ্যা আৰু উপনিষদ বুলি কোৱা হৈছে। নিজৰ যুক্তি-বুদ্ধিতকৈ অপ্ৰাকৃত বা অলৌকিক শক্তিৰ ওপৰত মানুহৰ আস্থা অধিক, গতিকে ঈশ্বৰৰ মুখৰ বাক্য বুলি নক'লে সাধাৰণ মানুহে মানি নলয়। শ্ৰীকৃষ্ণৰ মুখৰপৰা ওলোৱা আৰু অৰ্জুনে শুনা, আৰু এই সংবাদ সঞ্জয়ে শুনি ধৃতৰাষ্ট্ৰৰ আগত কোৱা কথা। এই শাস্ত্ৰৰ মাহাত্ম্য উপলব্ধি কৰি আৰু নকৰাকৈয়ো ভাৰতীয় হিন্দুমানুহে গীতা পাঠ কৰাটো এটা ধৰ্মৰ কাম বুলি ভাবে, আৰু মৃতকৰ প্ৰেতত্ব গুচাবলৈ শ্ৰাদ্ধত গীতা পাঠ কৰোৱা হয়। মানুহৰ আত্মাৰ মুক্তিলাভৰ উপায় বুলিহে আমি গীতাক আদৰ কৰোঁ। জীয়া মানুহৰ লগত ইয়াৰ বৰ বেছি সম্বন্ধ নাই—এনেকুৱাহে সাধাৰণতে আমাৰ ধাৰণা।

কোনো শাস্ত্ৰ-গ্ৰন্থৰ প্ৰকৃত মৰ্ম মানুহে বুজিব নোৱৰাটো সেই গ্ৰন্থৰ দোষ নহয়, পাঠকৰ বুদ্ধিৰ ক্ষীণতাহে ইয়াৰ বাবে দায়ী। ডাঙৰ গ্ৰন্থৰ দুৰ্ভাগ্য, কম মানুহে এইবিলাক পঢ়ে আৰু বুজে। মানুহে বুজক বা নুবুজক, গীতাৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। অসংখ্য দৃতকাব্যৰ সৃষ্টি হোৱাৰ দৰেই অলেখ গীতাৰো উদ্ভৱ হৈছে। অদ্ভুত গীতা, অষ্টাবক্ৰ গীতা, ঈশ্বৰ গীতা, উত্তৰ গীতা, কপিল গীতা, দেৱী গীতা, পাণ্ডৱ গীতা, ভিক্ষু গীতা, যম গীতা, ব্যাস গীতা, শিৱ গীতা—অসংখ্য গীতা। কিন্তু মূল গীতাৰ লগত কোনেও ফেৰ মাৰিব পৰা নাই। গীতা বুলিলে সকলোৱে দেৱকীপুত্ৰই কুন্তীসুতৰ আগত কোৱা কথাকেই বুজে। কালিদাসৰ

ৰঘুবংশতো দুই-এটা প্ৰতিধ্বনি শুনা যায়। শকুন্তলাৰ মৎস্যজীৱীৰ মুখত গীতাৰ "সহজং কৰ্ম কৌন্তেয় সদোষ মপি ন ত্যজেৎ"—এই বাক্যৰ প্ৰতিধ্বনি। প্ৰাদেশিক ভাষাবিলাকতো গীতাৰ প্ৰভাৱ প্ৰায় দশম-একাদশ শতিকাৰ পৰাই ধৰিব পাৰি। মহাৰাষ্ট্ৰী সাধক জ্ঞানেশ্বৰে প্ৰথমে ভাৰতৰ আঞ্চলিক ভাষাত গীতাৰ মৰ্ম সৰল পদ্যত প্ৰচাৰ কৰে। আন আন অঞ্চলতো ক্ৰমে গীতাৰ প্ৰচাৰ হবলৈ ধৰে। মহাপুৰুষ দামোদৰদেৱৰ শিষ্য ভট্টদেৱে অসমীয়া পদ্যত গীতাৰ ভক্তিপ্ৰধান অনুবাদ ৰচনা কৰে। মিশ্ৰই ভক্তিমাৰ্গকে গুৰুত্ব দি পদ্যত গীতা ৰচনা কৰে। গুণমালা ছন্দত গীতাৰ সাৰমৰ্ম এজন ভক্তই লিখে, আন এজনে কীৰ্ত্তনৰ আৰ্হিত গীতাৰ অনুবাদ কৰে। অসমীয়াত ভীষ্মপৰ্ব মহাভাৰতৰ ভাঙনি কৰোঁতে এজন কবিয়েও সংক্ষেপে গীতাৰ মূলকথা প্ৰকাশ কৰে।

মহাপুৰুষ মাধৱদেৱে নামঘোষাত গীতাৰ কেইটামান শ্লোক ভক্তিধৰ্মৰ অনুকূল-ৰূপেও অসমীয়া পদত ৰচনা কৰিছে। মহাপুৰুষ শঙ্কৰদেৱে কিন্তু ভাগৱত পুৰাণকেই যথেষ্ট বুলি ভাবি গীতাৰ কথা উল্লেখ কৰা নাই, বোধহয় যুদ্ধৰ প্ৰতি প্ৰেৰণা দিয়াৰ বাবেই মহাপুৰুষজনাৰ গীতাৰ প্ৰতি এনে ভাব। ভাগৱত পুৰাণত গীতাৰপৰা ঠায়ে ঠায়ে শ্লোক উদ্ধৃত কৰি দিয়া আছে। একালত গীতা আৰু ভাগৱতৰ পাৰ্থক্য মানুহে অনুভৱ নকৰিছিল, পাছলৈ ভাৰতীয় মনৰ সঙ্কোচনৰ যুগত এই পাৰ্থক্য বহল হৈ আহিবলৈ ধৰিলে।

সংসাৰত কৰ্ত্তব্যৰপৰা পলাই যাব খোজা সন্ন্যাসীৰ কাৰণে গীতাৰ কবিয়ে গীতা ৰচনা কৰা নাই। কুৰুক্ষেত্ৰৰ যুদ্ধৰ আৰম্ভণিতে যেতিয়া অৰ্জুনে অনুভূতিয়ে পোৱা সাধাৰণ মানুহৰ দৰে যুদ্ধ নকৰোঁ বুলি হাতৰ ধনুশৰ মাটিত পেলালে, তেতিয়া তেওঁৰ সখি সাৰথি শ্ৰীকৃষ্ণৰ মুখ মেল খাবলৈ বাধ্য হ'ল।

আধুনিক যুগৰ যুদ্ধ-বিৰোধী সম্প্ৰদায়ৰ ( pacifist ) দৰেই অৰ্জুনে যুদ্ধ কৰাটো অমানুষিক কথা বুলি ভাবিছিল, কুটুম্বৰ তেজেৰে হাত দুখন বোলাবলৈ তেওঁৰ মন কোঁচ খাই গৈছিল। প্ৰায় উৎসাহী আৰু সকলো প্ৰকাৰে উন্নত ডেকাচাম ( flowers of the race ) যুদ্ধত মৰে, আৰু কম বলী আৰু কম বুদ্ধি-বৃত্তি সম্পন্ন কিছুমানহে বৈ যায়। তিৰোতাবিলাকে বাধ্য হৈ অনুন্নত বা অজাতি পুৰুষৰ লগত বিয়া সোমায়, ফলত বৰ্ণ-সংকৰ শ্ৰেণীৰ জন্ম হয়। বৰ্তমান যুগতো সমাজ তত্ত্ববিদসকলে যুদ্ধৰপৰা dysgenic effect অৰ্থাৎ দুৰ্ব্বল শ্ৰেণীৰ জন্ম হোৱা কথাটো যুদ্ধৰ বিৰুদ্ধে যুক্তি দৰ্শায়।

অৰ্জুনৰ এনে যুক্তিবোৰ শুনি শ্ৰীকৃষ্ণ বৰ বিৰক্ত হৈ অৰ্জুনক পণ্ডিতৰ দৰে কথা

কোৱা অথচ কৰ্তব্যবিমুখ বুলি উপহাস কৰিলে। প্ৰকৃত পণ্ডিতে জীৱন-মৰণৰ কথা চিন্তা নকৰে। বাল্য-যৌবন, বাৰ্দ্ধক্য, জড়া যেনেকৈ জীৱনৰ অভিব্যক্তিৰ একোটা অৱস্থা, মৃত্যুও তেনে এটা অৱস্থা। যুদ্ধত কিছুমান মানুহৰ জীৱন নাশ হ'ব, এই বুলি অৰ্জুনৰ পক্ষে নিজৰ উপস্থিত কৰ্তব্য ত্যাগ কৰাটো ইহলোক আৰু পৰলোক দুই লোকতেই তেওঁৰ হানিকাৰক। এই জগতত কাপুৰুষ বুলি দুৰ্ণাম,পৰলোকতো স্বৰ্গপ্ৰাপ্তিৰ পৰা বঞ্চিত। ক্ষত্ৰিয়ৰ স্বৰ্গ যুদ্ধত মৃত্যুৱেহে দিয়ে।

অহিংসা সকলো ধৰ্মৰে মূল শিক্ষা। কিন্তু আততায়ীক ক্ষমা কৰাটো কেতিয়াও ধৰ্ম হব নোৱাৰে। আততায়ীক ক্ষমা কৰা বা ৰক্ষা কৰা অধৰ্ম। ব্ৰাহ্মণ হওক, বা গুৰুৱেই হওক, আততায়ী মাত্ৰেই বধ্য ( মনু ৮/৩৫০ )। বৰ্তমান যুগত ফৌজদাৰী আইনতো আত্মৰক্ষাৰ অধিকাৰ দিছে। আকাশে-বতাহে, পানীয়ে-মাটিয়ে কেউ-ফালে বিয়পি থকা ক্ষুদ্ৰ জীৱবিলাক আমি সদায় হত্যা কৰিব লাগিছোঁ। ( মহাভাৰত শান্তিপৰ্ব ১৫।২৬ ) ক্ষত্ৰিয় ধৰ্ম পালন কৰিবলৈ গলে হিংসাৰ আৱশ্যক হয়, সেই হিংসা নাথাকিলে সমাজেই নাথাকিব। অহিংসা কথাটো অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। চুৰ কৰাটোও কোনো সময়ত নিন্দনীয় নহব পাৰে। হব্‌ছে লেভীয়াথান বোলা গ্ৰন্থত কৈছে—আকালৰ দিনত দাম দি বা ভিক্ষা কৰি অন্ন গোটাব নোৱাৰিলে চুৰ কৰাটো অপৰাধ নহয়। (Leviathan, Part II. Chap. 27 )

নৈতিক আদৰ্শ সম্পূৰ্ণ নিৰংকুশ নহয়। এটা সময়ত যিটো নৈতিক, আন এটা অৱস্থাত সি অনৈতিক। টেনীছনে কৈছিল—God fulfills himself in many ways, lest our good custom should corrupt the world. এটা যুগত যি সদাচাৰ, আন এটা যুগত সেইটো অনাচাৰ। সন্ন্যাসীৰ যি ধৰ্ম, ক্ষত্ৰিয়ৰ সেইটো ধৰ্ম নহয়। অহিংসা আৰু দয়া ধৰ্ম হলেও, কোনো সময়ত সেয়ে অধৰ্ম হয়। "পিতা আচাৰ্য, মিত্ৰ, মাতা, পত্নী, পুত্ৰ, পুৰোহিত যেয়ে হওক, যদি অধৰ্ম আচৰণ কৰে, তেওঁ দণ্ডাৰ্হ ( মনু ৮/৩৩, শান্তি ১২/৬০ )। অসমীয়া ভীষ্মপৰ্বত গীতাৰ এটা সংক্ষেপ দিছে। তাত কৈছে—

সুবুজিলা সখিতুমি আমাৰ নিৰ্ণয়,
মিছা কাজে পণ্ডিত বোলাহা ধনঞ্জয়।
কৰ্ম নকৰিলে শুদ্ধ নোহে কলেৱৰ,
যুদ্ধেসে প্ৰধান কৰ্ম জানা ক্ষত্ৰিয়ৰ।
সন্ন্যাসীৰ গতি ব্ৰহ্মলোকে অৱধান,
যুদ্ধবিনে ক্ষত্ৰিয়ৰ গতি নাহি আন।

অৰ্জুনৰ দৰে প্ৰতি ব্যক্তি আৰু প্ৰতি জাতিৰে এনে এটা অৱস্থা আছে। কৰিম নে নকৰিম, আগবাঢ়ি যামনে নেযাম এনে দোধোৰ-মোধোৰ অৱস্থা। গীতাৰ সাহিত্যিক মূল্য এইখিনিতে। ছেক্‌ছপীঅৰৰ বিখ্যাত নাটক হেম্‌লেটতো এই প্ৰশ্নই তুলিছে। To be or not to be, that is the question. জীয়াই থকা ভাল নে নথকা ভাল। অনুভূতিপ্ৰৱণ ৰাজকোঁৱৰৰ মনলৈ সংশয়ৰ ভাব আহিছিল— পিতৃহত্যাৰ প্ৰতিশোধ লবনে নলব। এনে অনিশ্চয়তাৰ ফলতেই আৰ্দশবাদী হেমলেটৰ মনত বিভ্ৰান্তি উপস্থিত হ'ল, আৰু কৰ্মক্ষেত্ৰৰ অনুপযুক্ত নহলেই, এক শোকাবহ পৰিণতিৰ ফালে (tragic) উটি গ'ল। আদৰ্শৰ সংঘাত, মনৰ অনিশ্চয়তা এইবোৰেই সাহিত্যৰ বিষয়, ইয়াতকৈ আৰু ডাঙৰ বিষয় হব নোৱাৰে। কোনোৱে গীতা সাহিত্য হয়নে নহয় বুলি প্ৰশ্ন কৰে। মানৱ জীৱনৰ আদৰ্শৰ বিষয়ে য'ত কৰিৰ চিন্তা মূৰ্ত হৈ প্ৰকাশ পাইছে (In concrete shape), তাক সাহিত্য নুবুলি কি বুলিব।? গীত অৱশ্যে গীতগোবিন্দৰ কোমলকান্ত পদাৱলী নহয়, ইয়াত দাৰ্শনিকৰ চিন্তা সংযুক্ত হৈ আছে। গীতাৰ কথা উপলব্ধি কৰিবলৈ মানসিক প্ৰস্তুতি লাগে; ই ওলত সৰি থকা বুলি খাব পৰা পকা বগৰি নহয়। ইলিছ মাছৰ দৰে ইয়াক কাঁইট বাছি বাছি খাব লাগে। ইলিছ মাছত কাঁইট বেছি হলেও ই তেলাল।

উচ্চ আধ্যাত্মিক ভাবৰ কাব্য বুদ্ধিপ্ৰধান নহৈ নোৱাৰে। এনে কাব্যৰ অন্তৰত প্ৰবেশ কৰিবলৈকো বিবিধ দৰ্শন-বিজ্ঞানৰ লগত পাঠকৰ পৰিচয় থাকিব লাগে, তেতিয়াহে সহৃদয় পাঠক হব পাৰে। অভিনৱগুপ্তই সহৃদয় পাঠকৰ গুণ কওঁতে এই কথাকে কৈছে। কাব্যৰ ৰসৰ তালিকাত যদি বুদ্ধিৰস বুলি এটা নতুন ৰসৰ নাম দিব পাৰি, একো বেয়া নহয়। সাহিত্যৰ বৌদ্ধিক আবেদন এটা আছে। ইয়াক কোনেও গুই কৰিব নোৱাৰে। The Gita stands midway between a philosophical system and a poetic inspiration. We don't have here the illimitable suggestiveness of the Upanishads, since it is a deliberately intellectual solution of the problems of life. ( Radhakrishnan ) ৰাধাকৃষ্ণনৰ মতে—গীতা কবিৰ প্ৰেৰণা আৰু দাৰ্শনিক সিদ্ধান্ত, ইয়াৰ মাজতে। উপনিষদৰ ব্যঞ্জনা-বৈভৱ গীতাত নাই, আছে জীৱনৰ সমস্যাৰ বৌদ্ধিক সমাধান।

---

# ভাগৱতৰ নাৰী চৰিত্ৰ

এগৰাকী ইংৰাজ কবিয়ে এঠাইত এনেদৰেকোৱা মনত আছে "আমি পশ্চিমীয়া মানুহবিলাক একালত প্ৰাচ্য দেশত জ্ঞানৰ জ্যোতি বিচাৰি গৈছিলোঁ, এতিয়া প্ৰাচ্যৰ মানুহে বিজুলী পোহৰৰ সা-সৰঞ্জাম বিচাৰি পশ্চিমলৈ আহে।" প্ৰকৃততে পশ্চিমৰ লোকেহে এতিয়াৰ প্ৰাচ্যৰ জ্ঞান-ভাণ্ডাৰৰ মোল বুজে। আমি আমাৰ ভাৰতৰ অমূল্য বস্তুৰ মোল নাপাওঁ। গোঁহালিৰ গৰুৰ বাৰীৰ ঘাঁহৰ লগত ৰাহি নাহে বুলিয়েই নেকি?

সংস্কৃত ভাষাৰ সাহিত্যত যি অপূৰ্ব ৰত্নৰাজি আছে, সেইবোৰৰ সৌন্দৰ্য আমি অনুভৱ কৰিব নোৱাৰোঁ। বিদেশৰ সাহিত্যৰ মোল বুজা, সেইবিলাকৰ সৌন্দৰ্য উপলব্ধি কৰা, প্ৰশংসনীয় কথা, কিন্তু নিজৰ ঘৰৰ মহৎ সাহিত্যৰ গম নোপোৱাটো গৌৰৱৰ কথা হব নোৱাৰে। আমাৰ শিক্ষাই যে আমাৰ মনোবৃত্তি নীচাত্মিকা কৰিছে আৰু আত্মশক্তিৰ প্ৰতি উদাসীন কৰিছে সন্দেহ নাই। গান্ধীজীয়ে কোৱা মনত পৰে—নিজৰ ঘৰৰ দুৱাৰ খিড়িকী পোহৰ আৰু বতাহ আহিবলৈ মেলি থবা; কিন্তু নিজৰ ঘৰখন এৰি গুলাই নাযাবা।

এই সৰু প্ৰবন্ধত ভাগৱত পুৰাণৰ সম্বন্ধে এষাৰ কথা ক'ম।

ভাগৱত পুৰাণ ভাৰতীয় বৈষ্ণৱসকলৰ অতি আদৰৰ গ্ৰন্থ—ইয়াক পুৰাণৰ সূৰ্য, কল্পতৰু আদি আখ্যা দিয়া হৈছে। উপনিষদ আৰু গীতাৰ মূল তত্ত্ববোৰ ইয়াৰ মাজত সোমাই আছে। ভাৰতীয় দৰ্শনৰ জ্ঞান নাথাকিলে ভাগৱত বুজা কঠিন, বুজাব পৰাও বৰ টান। বিদ্যাৱতাং ভাগৱতে পৰীক্ষা। এই পুৰাণ কেৱল ধৰ্মগ্ৰন্থ ৰূপেই নহয়—সাহিত্য হিচাপেও অতুলনীয়। ভাগৱতৰ বৰ্ণনা, উপমা আদিৰ প্ৰকৃত মূল্যায়ন হোৱা নাই। ভাৰতীয় প্ৰাদেশিক ভাষাবিলাকলৈ ভাগৱতৰ যি অনুবাদ কৰা হৈছে, সেইবিলাকত ভাগৱতৰ কাহিনীমাত্ৰ কোনো ৰকমে প্ৰকাশ পাইছে, মূল ভাগৱতৰ সৌন্দৰ্য্য যৎ কিঞ্চিৎ হে ধৰা পৰিছে। কাব্যৰ অনুবাদ বিড়ম্বনা vanity of translation অস্পষ্ট আৰু বিকৃত।

ভাগৱতৰ নাৰীচৰিত্ৰ ব্যাসদেৱৰ অনুপম সৃষ্টি। দ্ৰৌপদী আৰু কুন্তীৰ পৰা আৰম্ভ কৰি দেৱহুতি, দক্ষ-কন্যা সতী, দিতি-অদিতি, কয়াধু, সুৰুচি-সুনীতি, দৈৱকী-যশোদা, বৃন্দাবনৰ গোপী, সত্যভামা, ৰুক্মিণী আদি চৰিত্ৰ ভাগৱতৰ চিত্ৰশালাৰ উজ্জল চিত্ৰ।

কুৰু-পাণ্ডৱৰ যুদ্ধ শেষ হোৱাত ভীমৰ গদাৰ আঘাতত দুৰ্যোধনৰ উৰু ভঙ্গ হ'ল। তেতিয়া দুৰ্যোধনক ভালৰি বোলাবৰ কাৰণে অশ্বত্থামাই দ্ৰৌপদীৰ পঞ্চপুত্ৰৰ মূৰ নিদ্ৰাৱস্থাতে কাটি দুৰ্যোধনৰ আগত দিলে। কিন্তু দুৰ্যোধনেও এই কাৰ্যত সন্তুষ্ট নহৈ অশ্বত্থামাক নিন্দাহে কৰিলে। শোকাতুৰা জননীৰ সান্ত্বনাৰ অৰ্থে অৰ্জুনে অশ্বত্থামাক অষ্টমীৰ বলিৰ ছাগ বৎসাদি জৰীৰে বান্ধিলৈ আহে। শ্ৰীকৃষ্ণই অৰ্জুনক কয়—এই বামুন ক্ষমাৰ যোগ্য নহয়। নিদ্ৰিত, মত্ত, উন্মত্ত, স্ত্ৰী, শিশু, ৰথহীন, ভীত, শৰণাগত এই বিলাক নীতিমতে অবধ্য। এনে ঘৃণনীয় কাৰ্য কৰা হেতুকে অশ্বত্থামা বধৰ যোগ্য। পাপৰ উপযুক্ত দণ্ড নাপালে সেই পাপী আৰু অধঃপাতে যায়। অৰ্জুন, তুমি অশ্বত্থামাৰ মূৰ আনি দিম বুলি দ্ৰৌপদীৰ ওচৰত প্ৰতিজ্ঞা কৰিছিলা, এই আততায়ীক এতিয়া বধ কৰা।

শ্ৰীকৃষ্ণই অৰ্জুনৰ মন বুজিলে। অৰ্জুনে গুৰুপুত্ৰক বধ কৰিবলৈ আগবঢ়া নাই। সদয়া দ্ৰৌপদীয়ে তেতিয়া লাজত তলমূৰ কৰি থকা অশ্বত্থামাক প্ৰণাম জনালে। —নিৰীক্ষ কৃষ্ণাপকৃতং গুৰোঃ সুতং বাম স্বভাবা কৃপয়া ননাম। ( ভাগৱত ১০৭ )

দ্ৰৌপদীয়ে অশ্বত্থামাক বান্ধি অনা দৃশ্য সহ্য কৰিব নোৱাৰিলে। অৰ্জুনক ক'লে, "এওঁ ব্ৰাহ্মণ গুৰু, এওঁৰ বান্ধটো মুকলি কৰি দিব লাগে। যি দ্ৰোণগুৰুৰ অনুগ্ৰহত তুমি ধনুৰ্বেদ শিক্ষা কৰি অদ্বিতীয় বীৰ হৈছা—সেই দ্ৰোণগুৰু স্বয়ং তেওঁৰ পুত্ৰৰ গাত বৰ্তমান। গুৰুপত্নী কৃপীও জীৱিতা ; তেওঁ পুত্ৰৱতী বুলিয়েই পতিৰ সহমৃতা হোৱা নাই। হে অৰ্জুন, তুমি সেই পূজনীয় গুৰুৰ বংশৰ কাকো দুখ নিদিবা। ধৰ্মৰ তত্ত্ব তুমি নিজেই সকলো জানা ; তোমাক আৰু কি কব লাগিছে ? মই আজি পুত্ৰহীনা হৈ যিদৰে চকুলো টুকিব লাগিছোঁ, অশ্বত্থামাৰ মাতৃয়ে যেন তেনেকৈ কান্দিব লগা নহয়।"

দ্ৰৌপদীৰ এই মহৎ প্ৰস্তাৱ সকলোৱে অনুমোদন কৰিলে, যদিও ভীমে স্বভাৱসুলভ অসহিষ্ণুতাৰ গুণত অলপ আপত্তি নকৰাকৈ নাছিল।

ভাগৱত পুৰাণৰ মাজত প্ৰবেশ কৰিলে এইদৰে ভালেকেইগৰাকী মহীয়সী নাৰী-চৰিত্ৰ আমাৰ চকুত পৰিব। আগৰ দিনত পুৰাণ-কাব্যৰ কাহিনী কথকতা, ওজাপালী অভিনয়, পুতলানাচ আদি অনুষ্ঠানৰ যোগে ল'ৰা-বুঢ়া সকলোৰে মাজত প্ৰচাৰ হৈছিল, আৰু জনশিক্ষাৰ কামো লগে লগে হৈছিল। আজি-কালিৰদৰে নৈতিক শিক্ষাৰ কঠুৱা পাঠ্যপুথি আৰু প্ৰাণহীন চলিছ মিনিটৰ পিৰিয়ড্ দেখা নগৈছিল।

---

## আষাঢ়স্য প্ৰথম দিৱসে

দেড়শমান বছৰৰ আগতে ইংলেণ্ড দ্বীপৰ এজন কোমল বয়সীয়া ভাব-প্ৰৱণ কবিয়ে কাব্যৰ মাজেদি এখন নতুন জগতৰ লগত পৰিচিত হবলৈ পাই গভীৰ আনন্দ আৰু বিস্ময়ত আপ্লুত হৈ পৰিছিল, তেওঁ সেই অনুভূতি প্ৰকাশ কৰা ছনেট কবিতাটি আজিও ইংৰাজী কাব্য বা গ্ৰন্থৰ শিৰত হীৰামুকুতা জিলিকাদি জিলিকি আছে। এই তৰুণ কবিজনে দৰবৰ দোকানত 'ভেৰেচী'ৰ কাম কৰিছিল আৰু সৰুকালত গ্ৰীক্‌লেটিন ভাষা শিকিবলৈ একেৰিও সুযোগ নাপাইছিল। তেওঁৰ কাব্যপ্ৰেমী মনে ইংৰাজী তৰ্জমাৰ মাজেদি আৰু মূলভাষাৰ মাজেদি পাব পৰা য়ুৰোপৰ কাব্য-সাহিত্য অতি আগ্ৰহেৰে পঢ়ি শেষ কৰিছিল। হোমাৰৰ কাব্যৰ কথা তেওঁ শুনিছিলহে, কিন্তু গ্ৰীক ভাষা নজনাৰ কাৰণে সেই ৰত্নভাণ্ডাৰৰ দুৱাৰ তেওঁৰ বাবে বন্ধ হৈ আছিল। এদিন অকস্মাতে এলিজাবেথৰ যুগৰ 'প্ৰমাদী' কবি এজনে ইংৰাজী পদবন্ধত ৰচনা কৰা হোমাৰৰ কাব্য এখণ্ড তেওঁৰ সাহিত্যিক বন্ধু এগৰাকীয়ে তেওঁৰ হাতত দিলেহি। পঢ়ি তেওঁ আনন্দ আৰু বিস্ময়ত অভিভূত হ'ল। এগৰাকী জ্যোতিৰ্বিদে বহুকাল দূৰবীক্ষণ যন্ত্ৰত পৰম ধৈৰ্যেৰে চকুদি থাকোঁতে থাকোঁতে হঠাতে কোনো শুভ মুহূৰ্ত্তত এটা নতুন জ্যোতিষ্ক আবিষ্কাৰ কৰি যি আনন্দ পায় আমায় কবিয়েও হোমাৰৰ কাব্য জগতত প্ৰৱেশ কৰিবলৈ পায় তাতকৈ কম আনন্দ পোৱা নাছিল। এই কবিজন, নক'লেও হ'ব, কালে গজালিতে মোহাৰি পেলোৱা দুৰ্ভগীয়া জন্ কীট্‌ছ।

এই নিঃকিন প্ৰবন্ধ লিখকৰ মহাকবি কালিদাসৰ লগত পৰিচয় সাহিত্য জগতৰ কোনো গুৰুত্বপূৰ্ণ ঘটনা নহয়; কিন্তু প্ৰবন্ধ লিখক অৰ্থাৎ মোৰ কাৰণে নিচেই সৰু কথাও নহয়। ল'ৰাকালতে পিতৃদেৱতাই 'চানেকৰ চোলোক' শিকোৱাৰ মাজতে জাৰকালি জুহালৰ গুৰিত কোৱা 'সসেমিৰা' সাধুৰ প্ৰসঙ্গত কালিদাসৰ নাম প্ৰথমে শুনো। তাৰ পাছত অলপ লেখাপঢ়া কৰিব পৰা হোৱাত পাঠশালা স্কুলৰ শিক্ষক শ্ৰদ্ধেয় ৺ৰত্নকান্ত শৰ্মা পণ্ডিতে এসংখ্যা বাঁহী মোক দিছিল। এইজনা শিক্ষকৰ যোগেদিয়েই বাঁহী আৰু বেজবৰুৱাৰ লগত মোৰ

প্ৰথম পৰিচয়। এই বাঁহীখনত যোৰহাট বাম্নি-গাঁৱৰ মুকলি মুৰীয়াৰ সাধক পণ্ডিত 'চণ্ডীৰ' অসমীয়া পদলৈ শুৱলা ভাঙনি কৰোঁতা স্বৰ্গীয় কীৰ্তিচন্দ্ৰগোস্বামী বিদ্যাভূষণ দেৱৰ কালিদাস সম্বন্ধে এটি প্ৰবন্ধ পঢ়িবলৈ পাওঁ। এই প্ৰবন্ধত গোস্বামীদেৱে কালিদাসৰ কাব্যৰ কথা আৰু কালিদাসৰ সম্বন্ধে প্ৰচলিত কিংবদন্তী-আখ্যান আদিৰ কথাও উল্লেখ কৰিছিল। সেই প্ৰবন্ধত এটা শ্লোক তেখেতে সুমাই দিছিল। গোটেই শ্লোকটো মোৰ মনত নাই, তাৰ কেইটামান অংশ হ'ল—কালিদাসকবিতা নবং বয়ঃ মাহিসং দধি সশৰ্কৰং পয়ঃ……সম্ভবন্তু মম জন্ম জন্মনি।

ইয়াৰ মৰ্ম এয়ে যে কালিদাসৰ কবিতা যৌৱনকাল, চেনি মিহলোৱা মহৰ দৈ আদি উপভোগ্য বস্তুবোৰ যেন জনমে জনমে পাওঁ। "ৰুটি এটুকুৰা সুৰাৰ পিয়লা, কবিতা কুঁৱৰীৰ" লগত ৰিজাব পৰা। মহৰ দৈৰ লগত কালিদাসৰ কবিতা তুলনা কৰা এই শ্লোক-কৰ্তাজন নিশ্চয় অসমৰ কোনো টোলৰ ধুৰন্ধৰ অধ্যাপক হ'ব।

কালিদাসৰ সম্বন্ধে এইখিনি 'এপিটাইজাৰ' পোৱাৰ পিছত কালিদাসৰ কবি-কৰ্মৰ লগত প্ৰত্যক্ষ পৰিচয় হোৱাৰ আৰু এটা সুবিধা আছিল। আমাৰ এজন সম্বন্ধীয়া ডেকাই আই-এৰ বিষয়বোৰৰ মাজত সংস্কৃত লৈ কলেজত পঢ়িছিল আৰু কেইবছৰমান পিতৃ-বিত্ত জয়কৰি অকৃতকাৰ্য্যই শেহত উজনি অসমৰ চাহবাগিছা এখনত চাহাবৰ তলত চাকৰি কৰে। এই বাবুজনে নেওচা-কেওচা দি এৰিথৈ যোৱা কেইখনমান পাঠ্যপুথিৰ লগত Passing of Arthur আৰু ৰঘুবংশৰ আৰম্ভনীৰে দুটানে দেড়টা সৰ্গ মোৰ হাতত পৰিল। যদিও তেতিয়া মই বিদ্যাসাগৰৰ কৌমুদীতে আৰম্ভ কৰিছিলোঁ। তথাপি আজৰি পালেই ৰঘুবংশৰ শ্লোকবোৰ সুৰ লগাই পঢ়ো আৰু প্ৰথমতে ইংৰাজী ভাঙনিৰ সহায়েৰে অৰ্থ বুজিবলৈ চেষ্টা কৰোঁ। পিছলৈ চেষ্টা কৰি লাহে লাহে অৰ্থ পুথিৰ সহায় নোহোৱাকৈ অলপ ধৰিব পৰা হ'লোঁ। কালিদাসৰ গুৰুগম্ভীৰ শব্দ শক্তিয়ে, মোক মন্ত্ৰমুগ্ধ কৰিলে।

বাগৰ্থাবিৱ সম্পৃক্তৌ বাগৰ্থ প্ৰতিপত্তয়ে।
জগতঃ পিতৰৌ বন্দে পাৰ্বতীপৰমেশ্বৰৌ॥

পাৰ্বতীপৰমেশ্বৰৌ মানে মই শিৱ-পাৰ্বতীকে বুজিছিলোঁ। স্বৰ্গীয় কবি দুৰ্গেশ্বৰ শৰ্মাদেৱে ল'ৰা-বুঢ়া সকলোৰে লগত মিলি আলাপ কৰে। বিশেষকৈ পঢ়াশুনাত ধাপ থকা ল'ৰাৰ লগত পঢ়াশুনাৰ কথাও পাতে। তেখেতে এদিন কথা

প্ৰসঙ্গত পাৰ্বতীপৰমেশ্বৰৰ আন এটা অৰ্থ পাৰ্বতীৰ পতি আৰু ৰমা পতি অৰ্থাৎ শিৱ-বিষ্ণুও হ'ব পাৰে বুলি কোৱা মনত আছে।

আমি স্কুলত পঢ়া সময়ত দুবছৰমান প্ৰত্নতত্ত্ববিদ সাহিতিাক ৺হেমচন্দ্ৰ গোস্বামীদেৱে যোৰহাটত ছিনিয়ৰ ই-এ-ছি আছিল। তেওঁ মাজে-সময়ে যোৰহাট সাহিত্য সভাত অসমৰ বুৰঞ্জী আৰু তেনে আনকোনো বিষয়ত বক্তৃতা দিয়ে। তেওঁ এদিন বক্তৃতা প্ৰসঙ্গত কোৱা মনত পৰে, তেওঁ ৰঘুবংশৰ এখন টীকা সংগ্ৰহ কৰিছে। সেই টাকাৰ টীকাকাৰে পাৰ্বতীপৰমেশ্বৰৌ কথাটো অৰ্ধনাৰীশ্বৰ বুলি ব্যাখ্যা কৰিছে। এই অকণ অকণ কথাবোৰে আমাৰ ল'ৰামতীয়া মনৰ কৌতুহল বঢ়াইছিল।

আমি স্কুলত পঢ়াকালত সত্যনাৰায়ণ পাঁচালি অসমীয়া পদত কৰোঁতা ভায়াৰাম বৰপূজাৰীৰ বংশধৰ ৺চন্দ্ৰকান্ত বৰপূজাৰী বিদ্যাৰত্ন সংস্কৃতৰ প্ৰধান শিক্ষক আছিল। তেওঁ অকল পণ্ডিতেই নহয়, এজন ৰসিক সদালাপী লোক আছিল। ক্লাছত পঢ়াওঁতে পাঠ্য বিষয়ৰ আলোচনাতকৈ বাহিৰা কথা বেছি কয় বুলি তেওঁক দেখিব নোৱাৰা দুই-একে তেওঁৰ বিৰুদ্ধেও কৈছিল আৰু দুই এজন অকৃতজ্ঞ ছাত্ৰই তেওঁৰ মৃত্যুৰ পাছতো তেওঁৰ স্মৃতি উপলুঙা কৰিছিল। তেওঁ শ্ৰেণীত কম সময় পঢ়ালেও যিখিনি পঢ়াইছিল তন্নতন্নকৈ খৰচি মাৰি পঢ়াইছিল, তেওঁ এঘণ্টাত বুজোৱা কথা আনে চাৰিঘণ্টাতো নোৱাৰে। তেওঁ পঢ়োৱা পাঠা বাল্মিকীৰ কবিত্ব লাভ, ধৃতৰাষ্ট্ৰ বিলাপ আদি আজিও কাণত বাজি আছে।

সেই সময়ত আমি অষ্টমমান শ্ৰেণীত পঢ়োতে ৺গোঁহাই বৰুৱা আৰু ৺পাস্বীন্দ্ৰ গগৈৰ ( যাৰ ল'ৰাশিক্ষাৰ নিচিনা আদি পাঠ অতুলনীয় ) সম্পাদিত সাহিত্য সংগ্ৰহ নামে এটি উত্তম পাঠ্যপুথি পঢ়িবলৈ পাইছিলো। তাৰে এটি প্ৰবন্ধ ৺লম্বোদৰ বৰাৰ ওজস্বিনী ভাষাত লিখা। সেই প্ৰবন্ধত ৺বৰাই জাৰ্মান কবি গেটেই লিখা কালিদাস-প্ৰশস্তিটোৰ অসমীয়া গদ্য অনুবাদ কৰি দিছিল। বিদেশী আৰু নিগমীয়া মনীষীয়ে কৰা কালিদাসৰ প্ৰশংসা শুনি আমাৰ ভাবপ্ৰৱণ অন্তৰ গৌৰবেৰে উপচি পৰিছিল আৰু লগতে কালিদাসৰ গ্ৰন্থৰ সোৱাদ লবলৈকো মনত আগ্ৰহ বাঢ়ি আহিছিল। ইতিমধ্যে ৺লম্বোদৰ বৰাই কৰা শকুন্তলাৰ অনুবাদ আৰু যোৰহাটৰ ৺হৰেশ্বৰ শৰ্মাবৰুৱাই কৰা শকুন্তলাৰ অনুবাদ কেনেবাকৈ কিবা সূত্ৰে হাতত পৰিল। ৺বৰাৰ কিতাপত মূল শকুন্তলাৰ শ্লোক কেইটিমানো ফুটন'টতে ছপাই দিছিল আৰু সেই শ্লোক কেইটা দুবাৰমান পঢ়োতেই মুখত অহা হ'ল। তাৰ

অলপ পাছতে আগতে উল্লেখ কৰি অহা ৺বৰপূজাৰীদেৱৰ ঘৰলৈ যাওঁতে তেখেতে কলিকতাৰ বসুমতী সাহিত্য মন্দিৰে প্ৰকাশ কৰা বঙালী অনুবাদ সহ কালিদাসৰ গ্ৰন্থাৱলী অলপ দিনৰ কাৰণে চাবলৈ দিলে। কিতাপখন কলিকতাত ধুনীয়াকৈ চামৰাৰে বন্ধোৱা আৰু পিঠিত সোণালী পানীৰে "কালিদাস" বুলি ছাপ মৰা আৰু কিতাপৰ গৰাকীৰ নামো লিখা।

আমি কেইজনমান ল'ৰাই এজন স্কুল ছাবইনস্পেক্টৰ কাষতে বহা সাজি আছিলো। মানুহজন গহীন বাহিৰে দেখাত 'কাৰা' ভিতৰে মৰমিয়াল। বোধকৰো স্কুল পণ্ডিতবিলাকৰ ওপৰত হাকিমালি কৰি কৰি কৃত্ৰিম গাম্ভীৰ্য্য স্বাভাৱিক হৈ পৰিছিল। নতুনকৈ অনা কালিদাসৰ গ্ৰন্থাৱলীখন ৰাতি ৰাতি ভাত-পানী খাই উঠি সুৰ লগাই চিয়ঁৰি চিয়ঁৰি পঢ়িবলৈ ধৰিলো। অন্ততঃ মোৰ নিজৰ 'ভাল' লাগিছিল। কেইদিনমানৰ মূৰত আমাৰ অভিভাৱক সেই স্কুল পৰিদৰ্শকজনে এদিন মোক ক'লে যে তেওঁৰ ছাইকেল মাৰি মফঃচলৰ পৰা আহি ভাগৰ লাগে, মই পঢ়া স্তোত্ৰবোৰ শুনি তেওঁৰ কাণত বৰ সোৱাদ লাগে। সেয়া যে কালিদাসৰ কবিতা তেওঁক আৰু কবলৈ নহ'ল। পকাপান এখিলাও কাৰোপৰা নোখোৱা অতি পৰিশ্ৰমী এই নিকা মানুহজন দুবছৰমান পাছত অকালতে ঢুকোৱালৈকে মোৰ আবৃত্তিবোৰ গোসাঁই-গোসাঁনীৰ স্তৱ বুলিয়েই ভাবি গ'ল।

কলেজলৈ গৈ পোনতে সংস্কৃতৰ ক্লাছত ভট্টিকাব্য পঢ়িব লগা হ'ল। ভট্টিকাব্যখন ব্যাকৰণ শিকোৱা পদপুথি, পানিনিৰ কিছুমান সূত্ৰ শিকাবৰ উপায়। ইয়াত কবিজনৰ বুদ্ধিৰ পৰিচয় আছে, ৰসৰ আভাস নাই। কিন্তু সেই সময়ৰ কটন কলেজৰ সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক শ্ৰীলক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় বেদশাস্ত্ৰী গুকান জেওৰাৰ ৰস উলিয়াব পৰা লোক আছিল আৰু তেওঁৰ বক্তৃতাত কঠৰা ব্যাকৰণো সজীৱ আৰু সৰস হৈ পৰিছিল। কেইমাহমানৰ পিছতেই অধ্যাপক গৰাকীয়ে ৰঘুবংশৰ ত্ৰয়োদশ সৰ্গ পঢ়াবলৈ আৰম্ভ কৰে, আমিও ব্যাকৰণৰ বলনি পাৰহৈ লাহে লাহে কাব্যৰ মাৰল ঘৰত সোমাবলৈ পাওঁ। অধ্যাপক চট্টোপাধ্যায়ৰ ক্লাছবোৰ অতি চিত্তাকৰ্ষক আছিল আৰু তেওঁ পঢ়োৱা কথাবোৰো ছাত্ৰৰ মনত ছবিৰদৰে জিলিকি থাকে। প্ৰায় দেড়কুৰি বছৰকাল অসমৰ বহুসংখ্যক ছাত্ৰই অধ্যাপক চট্টোপাধ্যায়ৰ তলত সংস্কৃত পঢ়ি গৈছে আৰু তেওঁৰ অধ্যাপনাৰ গুণ আৰু কৃতিত্ব শ্ৰদ্ধাৰে স্মৰণ কৰে। বি-এ শ্ৰেণীত তেওঁ সদায়

শকুন্তলা পঢ়ায়—সেই ক্লাছবোৰ অতিশয় আনন্দৰ বস্তু আছিল। ছাত্ৰৰ মাজত কাব্যৰ প্ৰতি অনুৰাগ বঢ়াবলৈ তেওঁ মাজে মাজে আবৃত্তি প্ৰতিযোগিতা পাতি পুৰস্কাৰ আদি দিছিল। তেওঁ পঢ়োৱা বহুত ছাত্ৰ আজিও শিক্ষাদান আৰু গৱেষণাত ব্ৰতী হৈ আছে। কলিকতা বিশ্ববিদ্যালয়ৰ কলেজবিলাকত তেওঁৰদৰে ব্ৰতী অধ্যাপক বৰ সৰহ নাছিল। শিক্ষা বিভাগৰ পৰা অৱসৰ লৈ আজি কুৰি বছৰৰ অধিক উত্তৰ ভাৰতৰ ঠায়ে ঠায়ে শাস্ত্ৰ ভাগৱত ব্যাখ্যা কৰি ফুৰে। এনে অধ্যাপক উঠি অহা শিক্ষকসকলৰ আদৰ্শ স্বৰূপ।

কালিদাসৰ কথা কবলৈ গৈ আমি বিষয়ৰ পৰা বহুত আঁতৰি গৈছোঁ। অসমত পুৰাণ-ভাগৱতৰ প্ৰচাৰ যিমান হৈছিল, কাব্যনাটকৰ প্ৰচাৰ আৰু অধ্যয়ন-অধ্যাপনা সিমান নহৈছিল। যৎ কিঞ্চিৎ। কালিদাসৰ কাব্যৰ চৰ্চ্চা আধুনিক কালৰ টোল-বিলাকত হ'লেও আগৰ দিনৰ নিচিনা ইয়াৰ প্ৰতি আগ্ৰহ সিমান নাই যেন লাগে। কামৰূপ শাসনাৱলীৰ কোনো কোনোখনত কালিদাসৰ প্ৰতিধ্বনি দুই-এঠাইত শুনা যায়। মল্লদেৱৰ দিনত ছন্দৰ বিষয় ৰচিত এখন পুথিত ছন্দৰ যিবোৰ উদাহৰণ দিছে, তাত কালিদাসৰ পৰা কোনো উদাহৰণ নাই যেন লাগে। আহোম ৰাজত্বৰ শেষৰফালে কৱিৰাজ চক্ৰৱৰ্ত্তীয়ে অসমীয়া পদত ৰচনা কৰা শকুন্তলাৰ কাব্যত কালিদাসৰ কাব্যৰ কিমান প্ৰভাৱ নিৰ্ণয় কৰা টান্। এওঁৰ কাব্য কালিদাসৰ নাটকৰপৰা বহুত আঁতৰি গৈছে। তাত আহোম ৰাজসভাৰ আৰু ডা-ডাঙৰীয়া সকলৰ গতি-প্ৰোত্ৰৰ প্ৰভাৱ স্পষ্ট।

অসমীয়া সাহিত্যত কালিদাসৰ প্ৰভাৱ ক্ষীণ, চন্দ্ৰকুমাৰৰ কবিতাত আৰু বেজবৰুৱাৰ কবিতাত ক'ৰবাৰ দুটা এটাত কালিদাসৰ শব্দ চকু-কাণত পৰে। কেতেকীৰ কবিয়ে কোনোবা এটা তৰঙ্গত দুষ্যন্তৰ চকুলোৱে তিয়াই পেলোৱা শকুন্তলাৰ আলেখ্যৰ উল্লেখ আছে। অসমীয়া মানুহে পাহৰি যোৱা ৺সিংহদত্ত অধিকাৰীৰ সৰু এটা কবিতাত মেঘদূতৰ কথা আছে। বিৰহী যক্ষৰ কথা। হিতেশ্বৰ বৰুৱাৰ কোনোবা এঠাইতো কালিদাসৰ কথা উল্লেখ আছে। শ্ৰীআনন্দচন্দ্ৰ বৰুৱা আৰু শ্ৰীকৰুণাধৰ বৰুৱাই—বোধহয় ৺নেওগেও কালিদাসৰ কোনো কোনো খণ্ডৰ অনুবাদ কৰিছে।

আধুনিক কালৰ ভাৰতীয় কবিসকলৰ মাজত ৰবীন্দ্ৰনাথেই কালিদাসৰ আত্মাৰ ওচৰ চাপিছে। কালিদাসে ৰবীন্দ্ৰনাথক ভাব-ভাষা-প্ৰেৰণা বহুখিনি দিছে।

ৰবীন্দ্ৰ কাব্যত ভাৰতীয় কাব্যৰ ঐতিহ্য ধৰা পৰিছে। ৰবীন্দ্ৰনাথৰ aesthetic romanticism কালিদাসৰ প্ৰভাৱ বুলি কব পাৰি।

আমাৰ পণ্ডিতসকলে কালিদাসৰ বহিৰঙ্গ আলোচনাত যথেষ্ট উৎসাহ আৰু সময় ব্যয় কৰে। ৰবীন্দ্ৰনাথে ব্যঙ্গ কৰি কৈছে—পণ্ডিতেৰা বিবাদ কৰে নিয়ে তাৰিখ-সাল।

ৰবীন্দ্ৰনাথৰ পৰম অনুৰাগী পাৰ্বতি প্ৰসাদেও গুৰুৰ প্ৰসাদ ললে, গুৰুৰ-গুৰু কালিদাসৰ ওচৰলৈ যাব নোৱাৰিলে। আজি একুৰি যোল্ল বছৰমানৰ আগতে দূৰবাৰ কলিকতাৰ বংগাত কণ্ঠৰাকুলৰ কবিয়ে গুণগুনাই গোৱা মনত পৰে—

বহু যুগের ওপার হতে
আষাঢ় এল, আমার মনে।
... ... ... ...
... .. ... ...

———

* পাঠান্তৰ—প্ৰথম দিবসে—লেখক।

## চণ্ডীশতক ঃ স্তোত্র আৰু মস্কৰা

( হিম্ এণ্ড্ চাৰ্কাজম্ )

কোনো কোনো ভক্তই আন সময়তো চণ্ডীপাঠ কৰে বা কৰোৱায়, কিন্তু দুৰ্গা-পূজাত চণ্ডীপাঠ অৱশ্য কৰ্তব্য। চণ্ডী মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত সাতশ শ্লোকৰ সমষ্টি। সংস্কৃত সাহিত্যত বাণভট্টৰ এশ শ্লোকৰ সমষ্টি চণ্ডীশতক বোলা এখন স্তোত্র কাব্য আছে। চণ্ডীশতকৰ নাম বহুতে শুনা নাই; আনকি সংস্কৃত সাহিত্যৰ সাধাৰণ ছাত্রয়ো এই পুথিৰ নামহে শুনিছে; কিন্তু সেই বিষয়ে নাজানে। এনে পুথি সংস্কৃত সাহিত্যহে নালাগে, জগতৰ সাহিত্যতে এখন বিৰল গ্রন্থ। ইয়াত স্তোত্র, ঠাট্টা, ব্যঙ্গ আটাইবোৰৰে সমাবেশ। অলংকাৰ শাস্ত্রৰ ছাত্রৰ কাৰণেও এই পুথিৰ যথেষ্ট আকৰ্ষণ আছে। অসমত ভাৱনাই পৰিচিত কৰি দিয়া স্রগ্ধৰা আৰু শাৰ্দুল বিক্রীড়িত ছন্দও এই কাব্যৰ আন এটা আকৰ্ষণ।

চণ্ডীশতকৰ চণ্ডী মহিষমৰ্দ্দিনী মহিষাসুৰ বিধ্বংসী গোসাঁনী হলেও তেওঁ মাৰ্কণ্ডেয় পুৰাণত থকামতে সৰ্বদেৱতাৰ তেজসম্ভূতা দেৱীগৰাকী নহয়। এওঁ শিৱৰ ভাৰ্যা পাৰ্বতী। এৱেঁই শিৱৰ ভাৰ্যাহৈ আৰু হিমালয়ৰ জীয়ৰীহৈ স্বৰ্গচ্যুত অসুৰৰ হাতত লাঞ্ছিত হোৱা দেৱকুলক মহিষাসুৰৰ দৌৰাত্মৰপৰা ৰক্ষা কৰিছে।

সংস্কৃত সাহিত্যত ভৰ্তৃহৰিৰ তিনিখন শতক, অমৰু শতক আদি এশশ্লোকৰ সমষ্টি কিছু আছে; চণ্ডীশতকো এই শতকবিলাকৰ ঐতিহ্যতে ৰচনা কৰা। চণ্ডীশতকৰ এশশ্লোকৰ প্রত্যেকতেই দেৱীৰ ( চণ্ডীৰ ) মহিমাকেই কীৰ্ত্তন কৰা হৈছে। কিন্তু ইয়াৰ কিছুমান শ্লোকত দেৱীয়ে দেৱতাসকলক তাচ্ছিল্য কৰিছে, কিছুমান শ্লোকত মহিষাসুৰে ব্রহ্মা-বিষ্ণু-ৰুদ্রকে ধৰি দেৱতাবিলাকৰ ক্লৈব্য-দীনতাক নিন্দা কৰিছে; কিন্তু প্রত্যেক শ্লোকৰ শেষত দেৱীৰ গুণকীৰ্তনেই আছে।

এঠাইত মহিষাসুৰে তেওঁৰ ভয়ত ৰণভঙ্গ দিয়া ব্রহ্মাক উপহাস কৰি কৈছে—তুমি 'নাভিজাত' অৰ্থাৎ বিষ্ণুৰ নাভিপদ্মৰপৰা ওপজা; কিন্তু ন+অভিজাত—অভিজাত নহয়, কিয়নো তুমি মোৰ ভয়ত যুদ্ধ কৰি পলায়ন কৰিছা। গতিকে তোমাৰ আভিজাত্য ক'ত? এই শ্লোকৰ শেষত কবিয়ে প্রাৰ্থনা কৰিছে, এনেদৰে ব্রহ্মাক উপহাস কৰা মহিষাসুৰক নিমিষতে ধ্বংস কৰা ভৱানীয়ে সকলোৰে মঙ্গলবিধান কৰক।

আন এটা শ্লোকত আছে—নৃসিংহ মূৰ্তিধাৰী বিষ্ণুৱে হাতৰ দহোটা নখেৰেহে হিৰণ্যকশিপুৰ হিয়া বিদাৰণ কৰিছিল। গোসাঁনীৰ চৰণৰ পাঁচোটা নখে গৰ্ব কৰি কয় যে এই পাঁচোটা ভৱিৰ নখেৰেই যুৱতী গোসাঁনীয়ে মহিষক মৰ্দন কৰিলে। হৰিক উপহাস কৰা যাৰ চৰণ-নখৰ কান্তি সেই ভৱানীয়ে তোমালোকৰ শ্ৰীবৃদ্ধি কৰোক।

আন এটা শ্লোক, "হে বজ্ৰৰহিত ইন্দ্ৰ, অসুৰৰ লগত যুঁজত পৰাজিত হৈ পলায়ন কৰাৰ লাজত অনশন নকৰিবা। (অনশনৰ দুটা অৰ্থ—বজ্ৰৰহিত আৰু লঘোন দিয়া)। হে অগদ (গদাবিহীন) কুবেৰ, তুমি অগদ (ঔষধ) প্ৰয়োগ কৰি শিৱৰ কণ্ঠকে আৰোগ্য কৰা। হে চক্ৰপাণি বিষ্ণু, তুমি মহিষাসুৰৰ হাতত বিচক্ৰ (সৈন্য ৰহিত) হৈছা। যুদ্ধত অস্ত্ৰ লোপ হোৱা দেৱতাসকলক বিজয়াই এইদৰে উপহাস কৰিছিল। সেই গোসাঁনী বিজয়ী হৈছে।"

আন এটা শ্লোকত মহিষাসুৰ গোসাঁনীৰ হাতত নিহত। ইন্দ্ৰাণী, তুমি চিন্তা কৰিব নালাগে। স্বাহা, তোমাৰ পতিয়ে আকৌ যজ্ঞৰ ঘিউ খাবলৈ পাব; ৰোহিনী তুমি মিছাকৈ কান্দিছা; লক্ষ্মী আই, তুমিও বিষ্ণুৰ শ্ৰীবৎস লোকৰ বহল বক্ষস্থলত শান্তি লাভ কৰিবা।

চণ্ডীশতকৰ এশটা শ্লোকৰ ভিতৰত এইদৰে কিছুমান বানভট্ট কবিয়ে অসুৰৰ মুখত দিছে। কিছুমান দিছে স্বয়ং দেৱীৰ মুখত; কেইটিমান দেৱীৰ লগৰী বিজয়াৰ মুখেদিও ব্যক্ত কৰাইছে। প্ৰত্যেক শ্লোকৰ শেষত কিন্তু মহিষমৰ্দিনীৰ মাহাত্ম্য।

দক্ষযজ্ঞত প্ৰাণত্যাগ কৰা গোসাঁনী আৰু পৰজন্মত আকৌ হিমালয়ৰ কন্যাৰ জন্ম লৈ শিৱক পতিৰূপে লাভ কৰি পুৰাণ আৰু কাব্যৰ নায়িকা হোৱা গোসাঁনীয়ে মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত সপ্তশতীৰ গোসানীৰ পৰবৰ্তী কালৰ কল্পনা, এই কথা সকলোৱেই জানে। বানভট্টৰ এই চণ্ডীশতকত হিমালয়ৰ দুহিতাৰূপেহে গোসাঁনীক স্তুতি কৰা হৈছে। অৱশ্যে বানভট্টৰ চণ্ডীশতকে কোনোদিনে সপ্তশতীৰ গৌৰৱৰ স্থান লব পৰা নাই, নোৱাৰেও। চণ্ডীশতক কাব্য, বিশুদ্ধ স্তোত্ৰ নহয়, যদিও স্তোত্ৰৰ আৱৰণ গাত লৈ আছে। চণ্ডীশতকত হাঁত-পাৰ-ছাগলী-ম'হ গোসাঁনীক বলি দিয়াৰ উল্লেখ আছে। এইবিলাক কাৰণত ধৰি লব পাৰি যে এই কাব্য একাদশ-দ্বাদশ শতাব্দীৰ আগতে ৰচনা কৰা হব নোৱাৰে। কাব্য ৰচনাৰ ৰীতিয়েও এই কাব্যৰ ওপৰত পূৰ্বসূৰীৰ প্ৰভাৱ সূচনা কৰে। কাদম্বৰীৰ বানভট্টয়েই যে এই কাব্যৰো কবি, তাৰেই বা নিশ্চয়তা কি?

অসমীয়া সাহিত্যত কোচবিহাৰৰ পীতাম্বৰ কবিৰ পৰা আৰম্ভ কৰি কুৰি শতিকাৰ কীৰ্তিচন্দ্ৰ গোসাঁইলৈকে বহু কবি-সাধকে সপ্তশতীৰ অসমীয়া ভাঙনি কৰিছে ; কিন্তু বানভট্টৰ চণ্ডীশতকৰ অসমীয়া অনুবাদ ওলোৱাৰ আশা নাই। ৰামকৃষ্ণ মিছনৰ পৰা অলপতে চণ্ডীশতকৰ বঙ্গলা অনুবাদ এটা ওলাইছে। হিন্দীতো অনুবাদ পোৱা গৈছে। চণ্ডীশতক দ্ব্যৰ্থক, শ্লেষপূৰ্ণ ; তাক সংস্কৃতৰ পৰা আন ভাষালৈ ৰূপান্তৰ কৰা সম্ভৱ নহয়, যিদৰে ভাগৱতৰ প্ৰতিঘাত ব্ৰজং নেহ স্নেহংস্ত্ৰীভিঃ অসমীয়ালৈ অনুবাদ কৰিব পৰা নাই। চণ্ডীশতক পঢ়ামেজত ৰখা কাব্য ; সপ্তশতী থাপনাত ৰখা স্তোত্ৰ।

এই চণ্ডীশতকৰ শ্লেষৰ কাঁইট চোবালেও অৱশ্যে 'মজ্জা' বা মজা পাব। কিন্তু এনে অনুশীলনত বহুতেই মন দিব নোখোজে। অৱশ্যে ব্ৰাউনিং obscure আৰু আঙজা হলেও আমি পঢ়িবলৈ প্ৰয়াস কৰোঁ। ভাৰতীয় সাহিত্যত ছাটায়াৰ বুলি বেলেগে জাতি এটা নাই ; হাস্যৰসাত্মক কাব্য আৰু প্ৰহসনে ইয়াক সামৰে। ভাৰতীয় মনে আনৰ দোষত ইহাটো ভাল নাপায়। পশ্চিমত ৰাজনৈতিক আৰু সামাজিক কাৰণত ছাটায়ৰ বিশেষ জাতি হিচাপে প্ৰতিষ্ঠিত। তাৰ মৃদু আৰু তীক্ষ্ণ দুটা ঐতিহ্যও আছে। ভাৰতীয় সাহিত্যত ছাটায়াৰ বহুত ঠাইতে ক্ষীণ হৈ থাকে, বৈদিক সাহিত্যতো সমিধৰ গাত সৰু কাঁইট হৈ ঠায়ে ঠায়ে আছে। কালিদাসৰ শকুন্তলাত একপ্ৰকাৰ Satire, যিদৰে ছেক্‌ছ্‌পীএৰৰ As you like it. সি যি হওঁক চণ্ডীশতক কিন্তু এটা অপূৰ্ব বস্তু—পপুৰা ( hotpourri )।

---

লেখকৰ Satire and. Sarcasm in Skt. Literature. বোলা পুস্তিকাৰ পৰা এটুকুৰা।

# অসমীয়া সাহিত্যৰ প্ৰথম কবি

লুইপাদ ( লুয়ীপাদ ) প্ৰথম অসমীয়া কবি। ধৰ্মত বৌদ্ধধৰ্মী, সম্প্ৰদায়ত সহজীয়া। সহজীয়া বৌদ্ধ ধৰ্মৰ শেহৰ স্তৰ, সহজীয়াৰ সমসাময়িক কালচক্ৰযান-বজ্ৰযান-মন্ত্ৰযানৰ লগত কিন্তু ইয়াৰ মিলতকৈ অমিল বেছি। সহজীয়াই পূজা-পাতলত বিশ্বাস নকৰে, বাহিক অনুষ্ঠানৰ আড়ম্বৰ নাই—মূল বৌদ্ধধৰ্মৰ দৰেই। সহজীয়াৰ সাধনা দেহকেন্দ্ৰিক। শ্বাস-প্ৰশ্বাসৰ লগত কাৰবাৰ। মাধৱদেৱে কোৱা সহজ পীৰিতিৰ লগত সহজীয়াৰ জগতখন সম্পৰ্কীয় গীত। গুৰুমুখী সাধনা আৰু গুহ্য তত্ত্ব ইয়াৰ মূল বিষয়, ইয়াৰ বিশেষ মূল্য ভাষাতাত্ত্বিক। তথাপি সাহিত্যিক মূল্য একেবাৰে কম নহয়। প্ৰহেলিকাময় ভাষা, ইঙ্গিতপূৰ্ণ উপমা আৰু সমসাময়িক সাধাৰণ জীৱনৰ চিত্ৰ চৰ্যাগীতে ৰক্ষা কৰি থৈছে। ভাল-বেয়া দুয়োটা।

আমি পোৱা চৰ্যাগীতিকোষৰ প্ৰথম গীতটো লুইপাদৰ। এওঁৰ এই গীতৰ চতুৰ্থপদৰ টীকাত মুনিদত্তই 'আদিসিদ্ধাচাৰ্যঃ লুয়ীপাদঃ এব বদতি—আদি সিদ্ধাচাৰ্য লুইপাদে এইদৰে কয়' বুলি লিখা কথাষাৰে এওঁৰ প্ৰাচীনত্ব বা জ্যেষ্ঠত্ব প্ৰমাণ কৰে। লুইপাদৰ এজন শিষ্য দাৰিকপাদৰো গীত এই সংগ্ৰহত সন্নিবিষ্ট হৈছে। বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ আদি সিদ্ধাচাৰ্য অসমীয়া কবিৰ মাজতো আদি। এই বৌদ্ধ সাধকেই অসমৰ প্ৰথম গায়ন কবি। বেদ-পথ ছন্ন কৰা সত্ত্বেও।

যু আন্ ছাঙৰ বিৱৰণীত দেখা যায়, তেওঁ ভাস্কৰ বৰ্মাক লগ পাওঁতে ৰজাই বিশিষ্ট অতিথিগৰাকীক কামৰূপ অঞ্চলৰ গীত শুনাইছিল। চীনা অতিথিয়ে গীত শুনি মন্তব্য কৰিছিল বোলে গীতৰ সুৰ চীন দেশৰ, তেওঁৰ অতি পৰিচিত—বিষয়-বস্তুহে বুজা নাই। 'কথাটি নুবুজো, সুৰটি বুজিছো।' অসমীয়া কাব্যপ্ৰয়াসৰ এই প্ৰথম উল্লেখ এতিয়ালৈকে পোৱা গৈছে। এই গীতৰ কোনো চিন্-মোকাম নাই। গতিকে লুইপাদৰ ৰচনাকে অসমীয়া কবিৰ প্ৰথম কাব্য-প্ৰয়াস বুলি কব লাগিব। এয়া নৱম দশম শতিকাৰ।

চৰ্যাগীতিকোষৰ ঊনত্ৰিছ সংখ্যক (২৯) গীতটিও লুইপাদৰে। এই দুইটি গীতৰ শিৰতে ৰাগপটমঞ্জৰী বুলি লিখা। গীতৰ শিৰত ৰাগ-তাল লিখাৰ প্ৰথা ইয়াতে পাওঁ। প্ৰথম গীতটিকে চোৱা যাওক—

**ৰাগপটমঞ্জৰী**

কাআ তৰুবৰ পঞ্চবি ডাল।
চঞ্চল চীত্ৰ পইটো কাল ॥
দিঢ় কৰিঅ মহাসুহ পৰিমাণ।
লুই ভণই গুৰু পুছিঅ জান ॥
সঅল সমাহিঅ কাহি কৰিঅই।
সুখ-দুখোত নিশ্চিত মৰিঅই ॥
এড়িসউ ছান্দক বান্ধ কৰণক পাটেৰ আশ।
সুনু পাখ ভিড়ি লেহু ৰে পাস।
ভণই লুই আমহে ঝানে দিঠা।
ধমণ চমণ বেণি পাণ্ডি বইঠা ॥

বৌদ্ধসকলৰ মতে ৰূপ-বেদনা-সংজ্ঞা-সংস্কাৰ-বিজ্ঞান এই পাঁচোটা ডাল। শৰীৰক গছৰ লগত তুলনা কৰা ভাৰতীয় সাহিত্যত প্ৰচলিত। অসমীয়া হিন্দুৰ সকাম-নিকামত আশীৰ্বাদ দিওঁতে ব্যাধিয়ে যেন পীড়িতৰ বৃক্ষৰপৰা আনঠাইলৈ গতি কৰে, এনে বুলি কয়। গছত হুদু পৰাৰ দৰে চঞ্চলচিত্তও অমঙ্গলসূচক। চিত্তক দৃঢ় কৰি সহজানন্দ অৰ্থাৎ মহাসুখ লাভ কৰিবলৈ গুৰুৰ উপদেশ ল'ব। তেওঁ তত্ত্ব-পন্থৰ উপদেশ দিব। সহজীয়া সম্প্ৰদায়ত গুৰুৰ প্ৰতি বিশেষ শ্ৰদ্ধা নহ'লে সাধনাত আগবাঢ়িব নোৱাৰে। অসমীয়া হিন্দু সমাজত গুৰুমুখীয়া নোহোৱা মানুহক অলপ দিনলৈকে ঘিন কৰিছিল। বাম্ভনে গায়ত্ৰী দিক্ষা ল'লেও গুৰুমুখীয়া হয়; অৰ্থাৎ শৰণ লয়। টীকাকাৰে হেবজ্ৰতন্ত্ৰ, আদি নানা শাস্ত্ৰৰ উদ্ধৃতি দি গুৰুৰ প্ৰয়োজনীয়তা বুজাইছে। সাধাৰণ পূজা-প্ৰাৰ্থনা-তীৰ্থ আদিয়ে 'মহাসুখ' দিব নোৱাৰে। গুৰুৱে শিষ্যক কেনেকৈ শ্বাস-প্ৰশ্বাসৰ শাস্ত্ৰমতে নিয়ন্ত্ৰিত কৰিব লাগে তাৰ উপদেশ দিয়ে। এই দেহাশ্ৰয়ী সাধনাৰে লক্ষ্যত উপনীত হ'ব পাৰে। এই সাধনা অতি গূঢ়, সৰ্বসাধাৰণে ইয়াক নাজানে, নুবুজে। সহজীয়া সিদ্ধসকলেহে ইয়াক বুজে, বুজায় আৰু এই সম্বন্ধে গীত কাটে। সকলোবোৰ গীত সহজ নহয়, সৰহ ভাগৰ সন্ধা ভাষা অৰ্থাৎ বিশেষ অৰ্থ বুজাবৰ কাৰণে ব্যৱহাৰ কৰা গুপুত ভাষা। এই চৰ্যাগীতৰ ছন্দও মাত্ৰা-নিৰ্ভৰ, সম্পূৰ্ণ অক্ষৰ-নিৰ্ভৰ নহয়। ওপৰত দিয়া গীতৰ কোনো শাৰীত দহ, কোনোত এঘাৰ, বা বাৰ আখৰ আছে, কিন্তু সপ্তম শাৰীত ওঠৰটা আখৰ আৰু মাত্ৰাও ছটা, বাকীবিলাকত চাৰিটা। স্বৰৰ লঘু-গুৰু নাই আৰু যুগ্ম ব্যঞ্জন-ধ্বনিও একে বুলিয়েই ধৰে। ছন্দৰ স্বাধীনতা এই কবিতাৰ এটা প্ৰধান

লক্ষণ। সপ্তম শাৰীত আধ্যাত্মিক ব্যাখ্যা এৰি দিলেও ইয়াত যেন ছন্দৰ প্ৰতি অৱজ্ঞা। সহজীয়া সাধনা যে মন্ত্ৰযান আদিতকৈও পৃথক আৰু স্বাধীন। চৰ্যাগীতৰ ছন্দই তাৰ প্ৰতীক। পৰবৰ্তী বৈষ্ণৱ সাহিত্যৰ ছন্দও এই ছন্দৰ অনুবৰ্তী। মন্ত্ৰবিলাকৰ ছন্দ আৰু ডাকৰ বচনৰ ছন্দৰ কথাই নাই। সঙ্গীত শাস্ত্ৰৰ কোনো গ্ৰন্থত চৰ্যাক যদিও যোগীয়ে গোৱা গীত বুলি কৈছে, তথাপি এইখিনিত ৰাগ-সঙ্গীতৰ সম্পূৰ্ণ লক্ষণ নাই বুলি পণ্ডিত ৰাজেশ্বৰ মিত্ৰই কয়।

চৰ্যাপদৰ প্ৰথম গীতৰ লুইপাদে গুৰুমুখী সহজ সাধনৰ আভাস দি তেওঁৰ ৰচিত আন গীতটিত সহজানন্দ বা মহাসুখৰ সাধনীয়া অভিজ্ঞতাৰ আভাস দিবলৈ চেষ্টা কৰিছে।

ভাব নহোই অভাব ন জাই।
আইস সংবোহে কো পতি আই ? ॥
লুই ভণই বট দুলকৃখ বিনানা।
তিঅ ধাএ বিলসই উই ন জানা ॥
জাহেৰ বাণ চিহ্ন ৰুব ন জানি।
সো, কইনে আগম বেএ বখানি ॥
কাহেৰে কিস ভণি মই দিবি পিৰিচ্ছা।
উদক চান্দ জিম সাচ ন মিচা ॥
লুই ভণই মই ভাবই কিস।
জা লই অচছম তাহেৰ চ'হ না দিশ ॥

কি আছে, তাকো কব নোৱাৰো, কি নাই তাকো কব নোৱাৰো। সহজ সুখ বৰ্ণনাতীত। কোনে পতিয়াব এনেবোৰ কথা ? ৰূপ নাই, বৰ্ণ নাই। পানীত পৰা চন্দ্ৰৰ প্ৰতিবিম্বৰ দৰে, সঁচাও, মিছাও। বাক্য মনৰ অতীত অৱস্থা। সকলো ল'বাই কি বুজিব ? মই নিজে বা কি বুজো ? উপনিষদৰ বাক্যৰ লগত এই চৰ্যাৰ ভাষাৰ মিল থাকিলেও দুখন বেলেগ জগৎ। তথাপি বৌদ্ধ ধৰ্মৰ সহজ সম্প্ৰদায়েই শূন্যৰ মাজতে আনন্দৰ আস্বাদ পায়। তিব্বতী সাধক মিলাৰেপাৰ গীতৰ লগতো চৰ্যাপদৰ বিশেষ মিল নাই, বৰং মহাপুৰুষ শংকৰ-মাধৱৰ গীতৰ লগত মিলাৰেপাৰ গীতৰ সাদৃশ্য ধৰিব পাৰি।

অসমীয়া সাহিত্যৰ প্ৰথম যুগৰ ৰচনা হিচাপে চৰ্যাগীতসমূহে পৰবৰ্তী সাহিত্যলৈ কিছুমান সম্পদ দি নোযোৱা নহয়, যদিও পৰবৰ্তী সাহিত্য সম্পূৰ্ণ বৌদ্ধভাবাপন্ন নহয়। অসমত যি ব্ৰজবুলি ব্যৱহৃত হৈছিল সেই ব্ৰজবুলিও চৰ্যাৰ ভাষাৰ পৰিণতি।

ব্ৰজবুলি সেই কালত উত্তৰ-ভাৰতৰ কৃষ্ণকথাৰসিক বৈষ্ণৱসকলে সকলোৱে বুজিব পৰাকৈ ব্যৱহাৰ কৰা এটা কৃত্ৰিম মিশ্ৰ ভাষা আৰু ইয়াত বিভিন্ন উপাদানৰ সংমিশ্ৰণ হৈছিল, কিন্তু কামৰূপত চৰ্যাৰ ভাষাই আঞ্চলিক ব্ৰজবুলিৰ আধাৰ। ভকতীয়া শুভোতা শ্লোকবোৰৰ আহিও চৰ্যাগীতৰেই আছে ( যেনে, ঘঁৰিয়ালে তেঁতেলি খায় )। গীতৰ শেষত কবিৰ নামৰ ভণিতা পেলোৱা আদৰ্শও চৰ্যাতেই। ছন্দৰ দানৰ পৰাও চৰ্যাপদতেই অসমীয়া পত্তৰ ছন্দৰ গুৰি বিচাৰিব লাগিব। চৰ্যাত প্ৰাচীন ভাৰতীয় সাহিত্যৰ প্ৰভাৱ কম, বৌদ্ধ সাহিত্যৰ প্ৰভাৱ সৰহ ; তথাপি যোগবাশিষ্ঠ ৰামায়ণ আদিৰ প্ৰভাৱ পণ্ডিতসকলে লক্ষ্য কৰিছে। উপনিষদ সাহিত্যৰ উপমাও ঠায়ে ঠায়ে আছে। অসমীয়া কবিতাৰ ভাষাই ( diction ) চৰ্যাপদতেই পোখা মেলিছে। মাধৱ কন্দলীৰ ৰামায়ণতো ইয়াৰ চিন দুটা-এটা পায়। চৰ্যাপদ ঘাইকৈ হেবজ্ৰ, গুহ্যসমাজ আদি তন্ত্ৰ সাহিত্যৰ দ্বাৰা পুষ্ট ; বৈষ্ণৱ সাহিত্য প্ৰাচীন ঔপনিষদ-সাহিত্যৰ দ্বাৰা বৰ্দ্ধিত। তথাপি বৈষ্ণৱ ধৰ্ম আৰু সাহিত্যক কৃষ্ণযুক্ত বৌদ্ধ ধৰ্ম আৰু সাহিত্য বুলি ক'লে বাৰ অনা সঁচা কোৱা হয়।

প্ৰায়েন দেৱমুনয়ঃ স্ববিমুক্তি কামাঃ মৌনং চৰন্তি বিজনে ন পৰাৰ্থনিষ্ঠাঃ।

ভাগৱতৰ এই শ্লোকে মহাযানী আদৰ্শকে সমৰ্থন নকৰেনে ?

সি যি নহওক, চৰ্যাপদ অসমীয়া কাব্য-সাহিত্যৰ আদি আধ্যা আৰু ইয়াত পৰবৰ্তী যুগত আৰু আজিলৈকে ইয়াৰ মাত-কথা আমাৰ সমাজত প্ৰচলিত হৈ আহিছে। অ'ত-ত'ৰ পৰা কেইটিমান উদাহৰণ দিয়া যাওক :

কাক কম কোনে **পতিয়াব** ?
কুৰুৰা চৰায়ে পুৰাই **ৰাও** কাঢ়ে।
আগফালে **তেঁতেলি,** পাছফালে ঔ।
সখীক লগ পাই **আঁকোৱালি** ধৰিছে।
আবকালি **বিয়লি** হ'লেই গধূলি।
বনজুইয়ে পহুক **বেঢ়ি** ধৰিলে।
**বৰনৈৰ** মাজৰ মাদুলি।
**গুণ্ডা** হাতীয়ে উৎপাত কৰিছে।
গজেন্দ্ৰ > গ এন্দা > গুণ্ডা।
বিহুত **কুৰ্মাৰ** ঘৰলৈ গৈছে। কুৰ্মা < কুটুম্ব
লুইতত নাও **বুৰে,** দুগ্‌লীত নাও ডুবে।
এলাহত কাম **নিসিজে**।

**কলপটুৱাৰ খোলত** জলপান খায়।
কেতেকী ফুলৰ গোন্ধ **বিয়পি** পৰে।
কণাই খোড়াক **কান্ধত** তুলি নিছে।
(মাধৱ কন্দলী)

গুৰুৱে দিয়ে মাটি, **শিচে** ধৰে আতি।

গাই নোহোৱা **গোহালি,** চুলি নোহোৱা ছোৱালী।

মানুহৰ ভিৰত মেলাৰ ভিতৰলৈ সোমাবৰ **সন্ধি** নাই।

**সন্ধিৰ** বাঁহ বুধিৰে কাটে। গৰুৱে খাই বাৰিখন **মাঠ** কৰিলে।

ভাৰতীপকীয়া মানুহৰ কথাত বিশ্বাস নাই। নৰীয়া **লাং খাই** পৰি আছে।

**পনীয়া** গাখীৰৰ সেৰেকা সোৱাদ। মৰদ মৰে ৰণত, তিৰি মৰে **বিআনত।**

ঘৰলৈ য়াবলৈ সিহঁতে **উচল-পাচল** লগাইছে।

ভাল **ছাড়মাল** হ'ল, এৰিবও নোৱাৰা হ'লো।

গা ধুবলৈ ডাঙৰীয়াক **সোন্দোৱা** পানী যোগাব লাগে।

কামৰ **সৰু**-বৰ নাই। **উজু** অংক ল'ৰাই কৰিব পাৰে।

চাউলে **তুসাজ** যাব। য'তে বাঘৰ ঘৰ, ত'তে **সাজ** লাগে।

**মাৰৱাইদি** পানীৰ **সোঁত** বাগৰিছে।

**জোঁৱাই** বোপা আহিছে। পীৰা পাৰি বহিছে।

**দাপোণে** কুৎসিৎ মুখ সুন্দৰ নকৰে।

শহুৰৰ পুতেকে **নাও মেলি** যায়। আলিবাট **বহল** হ'ব লাগে।

পৰত **আশ** বনত বাস। **ছান্দনী** ভৰিত লগাই তামোল গছত উঠিছে।

পুৰণি নিয়ম **এৰিলে**। ৰেল ষ্টেচন **এৰিলে**।

কাম কৰিবলৈ একো **উৱাদিহ** পোৱা নাই।

চৰ্যাগীতবোৰৰ বিভিন্ন ঠাইত থকা এই শব্দবোৰ অসমীয়াতহে বিশেষকৈ ব্যৱহাৰ হয়, আৰু আজিও হয়। কাব্যৰ বুৰঞ্জী ভাষাৰ বুৰঞ্জী। এই বুৰঞ্জীৰ ধাৰা লুইপাদৰ পৰা আজিলৈকে নিছিগাকৈ বৈ আহিছে।

---

# অঙ্কীয়া নাট আৰু উপাসনা

"ভাৱনা কৰিলে কৃষ্ণ পূজিবে লাগয়।"

"Poetry is a mystic magic allied to prayer"

—Bremond.

খ্রীঃ প্রায় একাদশ শতকাৰ প্ৰবোধ চন্দ্ৰোদয় বিষ্ণুভক্তিমূলক প্রথম নাট, অঙ্কীয়া নাট ভক্তিমূলক হলেও সংস্কৃত নাটকৰপৰা ভালেখিনি পৃথক। অঙ্কীয়া নাটৰ-ভাৱনা উপাসনাৰ এটা ৰূপ। এই কথাটো উপলব্ধি নকৰা লোকে ভাৱনা চাব পাৰে, উপভোগো কৰিব পাৰে, কিন্তু তাৰ মণিকূটৰ ভিতৰলৈ সোমাব নোৱাৰে। ভাগৱতৰ একাদশ স্কন্ধত চিত্তক ভগৱংমুখী কৰাৰ অৰ্থে কেইবাটাও উপায়ৰ কথা কোৱা হৈছে—অভিনয় তাৰ এটা; কেৱল ভগৱন্ত শ্ৰীকৃষ্ণৰ বিভিন্ন কৰ্ম আৰু লীলাৰ অভিনয়। এইবিলাক লীলাৰ কথা শ্ৰীমদ্ভাগৱতে বৰ্ণনা কৰিছে। নাটকৰ বিষয়-বস্তু বিচাৰি ভাগৱতৰ বাহিৰলৈ যাবৰ আৱশ্যক নকৰে। একাদশ স্কন্ধৰ শ্লোকটিত কৈছে—

উপগায়ন্ গৃণন্ নৃত্যন কৰ্ম্মাণ্যভিয়ন্ মম।

মৎকথা শ্ৰাৱয়ন্ শৃণ্বন্ মুহূৰ্ত্তং ক্ষণিকো ভবেৎ।

(ভগৱন্তই উদ্ধৱক কোৱা)

—মোৰ কথা গায়নে গাব, বক্তাই কব, মোৰ বিষয়ক কাহিনী অৱলম্বন কৰি নটুৱাই নাচিব, মোৰ কৰ্মসমূহৰ অভিনয় কৰিব। মোৰ কথা নিজে শুনিব, আনকে শুনাব; মুহূৰ্ত্তলৈ মোৰ কথা মনলৈ আনিব।

শ্ৰী কৃষ্ণক দীৰ্ঘ অন্বেষণৰ মূৰত বিচাৰি নাপাই কৃষ্ণবিৰহত কাতৰ হোৱা গোপিনীৰ কথা দশমত সকলোৱে পঢ়িছে।

ইত্যোন্মত্তবচোগোপ্যঃ কৃষ্ণান্বেষণ কাতৰাঃ।

লীলা ভগৱতস্তা স্তাঃ হ্যনুচক্ৰুস্তদাত্মিকা।

এহিমতে কৃষ্ণক চিন্তন্তে গোপীগণ।

ভৈল অতি পৰম নিৰ্ম্মল তনু-মন॥

বিপৰীত ভাৱনা মিলিল মহোদয়।

একো স্তম্ভবে মনে দেখৈ কৃষ্ণময়॥

ভৈল আতি হৰিষতে ৰোমাঞ্চ শৰীৰ।

অবিচ্ছেদে শ্ৰৱৈ ধাৱে নয়নৰ নীৰ॥

আনন্দতে মগ্নহুয়া সমস্তে গোপিনী।
কৰিবে লাগিলা কৃষ্ণ চেষ্টাক আপুনি ॥
কতো কৃষ্ণ হুই কতো হুই দৈত্যবেশ।
কৰিবে লাগিলা কৃষ্ণচেষ্টাক অশেষ ॥

ভগৱৎ-চিন্তাত তন্ময় হৈ গোপীসকলে জন্মৰপৰা আৰম্ভ কৰি কৃষ্ণৰ কাৰ্য্যকলাপ তদ্গতচিত্তে অনুকৰণ কৰিবলৈ ধৰিলে।

এহিমতে কৃষ্ণচেষ্টা কৰে অসংখ্যাত।
নাহি একেদা চেতন গোপীৰ আউৰ গাত ॥

গোপীসকলে নিজকে কৃষ্ণলীলাৰ লগত অভেদ বুদ্ধি কৰি 'কৃষ্ণভাৱনা' হৈ পৰিল। ভাৱনাৰো এযে গুৰি যেন লাগে। অঙ্কীয়া নাট ভাগৱতৰে সঙ্গীতময় নাটকীয় ৰূপ। হৰিবংশত পোৱা মতে ভগৱন্ত কৃষ্ণ নিজৰ জীৱন কালতে নাটকৰ বিষয়বস্তু হৈ পৰিছিল।

বিভিন্ন ৰূপকৰ ( drama ) ভিতৰত অঙ্কও এটা। সংস্কৃত সাহিত্যৰ 'অঙ্কৰ' লক্ষণৰ লগত অঙ্কীয়া নাটৰ লক্ষণৰ মিল নাই। অঙ্কীয়া নাট কিয় বোলা হয়, তাৰ সন্তোষজনক উত্তৰ আজিলৈকে কোনেও দিব পৰা নাই। হেমচন্দ্ৰ বৰুৱাই ভাৱনাক পৈশাচী ভাষাৰ নাটকৰ অভিনয় বুলি হেমকোষত লিখিছে। 'পৈশাচী' শব্দ হেমচন্দ্ৰ বৰুৱাই প্ৰাকৃতৰ অৰ্থত বোধহয় লিখিছিল। প্ৰাকৃতত ৰচিত 'বৃদ্ধ-নাটক'ৰ দৰে কিবা নাটক আছিল নে, সেইটো উপযুক্ত পণ্ডিতে গৱেষণা কৰিব-লগীয়া বিষয়।

সংস্কৃতৰ অঙ্ক শব্দৰ অৰ্থ কোলা। সমগ্ৰ নাটৰ কোলাত সোমাই থকা বিভিন্ন অংশকো অঙ্ক বোলা সম্ভৱ যেন লাগে। এটা অঙ্কত এটা সম্পূৰ্ণ কাহিনী নাথাকে, অঙ্কীয়া নাটৰ এটা প্লট্ বা ঘটনা আছে। ইণ্ডোনেচীয়াৰ সাহিত্যত নাটকক পৰ্ব্ব ( প্ৰৱ ) বোলে। তেনেকৈয়ে মানুহে বেছি মূৰ নঘমাই অঙ্কীয়া নাটককো 'অঙ্ক' বুলিব পাৰে। সংস্কৃতত অঙ্ক শব্দই ৰণচালি ( mock fight )ও বুজায়। অঙ্কীয়া ভাওনাত যুদ্ধৰ বাজনা আৰু যুদ্ধৰ জনপ্ৰিয়তালৈ চাই ভাৱনাক অঙ্কীয়া ভাৱনা বুলি কোৱা হ'ল নেকি ? এইটোও অৱশ্যে ঠিক যে ভাগৱতী কথাবস্তুৰ বাহিৰে অঙ্কীয়া নাটৰ কথাবস্তু আন একো হব নোৱাৰে। এইবোৰ অনুমানহে মাত্ৰ যেই সেই লোকে ইয়াৰ ঢুৰ্ঘোৰ আপত্তি কৰিব পাৰে। যুদ্ধ আৰু নৃত্য এই দুটা আদিম মানুহৰ প্ৰিয়—পৰৱৰ্ত্তী সাহিত্যও এই দুটা ধাতুৰ ওপৰতে জীয়াই আছে। নৃত্য আৰু নাট্য সমাৰ্থক।

অসমৰ বৈষ্ণৱ যুগত ৰামায়ণ, মহাভাৰততকৈও ভাগৱতৰ স্থান ওপৰত। ভাগৱত কল্পতৰু, ভাগৱত পুৰাণ-সূৰ্য্য। ভাগৱতৰ ওচৰত আন পুৰাণ বা কাব্য-কাহিনী লঘু। অঙ্কীয়া নাট মাত্ৰৰেই বিষয়বস্তু ভাগৱতৰ, গতিকে মহাভাৰত বা আন কাব্য পুৰাণৰ বিষয়বস্তু অৱলম্বন কৰি লিখা নাটকক অঙ্কীয়া বুলি 'ভাৰতীয়' বুলিছিল। মহাপুৰুষ শঙ্কৰদেৱৰ 'ৰামবিজয়' নাটৰ বিষয়বস্তু ৰামায়ণীয়া হলেও এই নাটখন সম্পূৰ্ণ ৰুক্মিনীহৰণ নাটৰ ধাতুৰে গঢ়া। ইয়াক অৱশ্যে ৰজাঘৰীয়া বায়ুৰে অলপ চুই যোৱা যেন লাগে।

সংস্কৃত নাটক আৰু নাট্যৰীতিৰ প্ৰভাৱ ইয়াত যৎসামান্য। অসমৰ সন্ত নাট্যকাৰে অলঙ্কাৰ শাস্ত্ৰৰ দুই-এটা নিয়মো লঙ্ঘন নকৰাকৈ থকা নাই। কেৱল নান্দীপাঠ, সূত্ৰধাৰ, সংস্কৃত শ্লোক, মুক্তিমঙ্গল আদিৰ প্ৰয়োগ দেখিয়েই সংস্কৃতৰ প্ৰভাৱ নিৰ্দ্ধাৰণ কৰিব নোৱাৰি।

সূত্ৰধাৰে সংস্কৃতত নান্দীপাঠ কৰি নৃত্যৰ লগত ভটিমা গাই গোটেই নাটৰ সূচনা কৰি পৰিৱেশ সৃষ্টি কৰে। পুতলা নাচৰ সূত্ৰধাৰৰ দৰে আদিৰ পৰা অন্তলৈকে সূত্ৰধাৰৰ কাৰ্য অঙ্কীয়া নাটকত অপৰিহাৰ্য। সংস্কৃত নাটকৰ গীত প্ৰায়েই পাত্ৰ-পাত্ৰীৰ গীতিউচ্ছ্বাস; অসমীয়া অঙ্কীয়া নাটৰ শ্লোক সূত্ৰধাৰৰ মুখেদি ওলোৱা নাটকৰ ঘটনাৰ বৰ্ণনা। সংস্কৃত নাটকৰ ভৰতবাক্য সংক্ষেপ স্তুতি; অঙ্কীয়া নাটৰ মুক্তিমঙ্গল প্ৰায়ে দশাৱতাৰৰ বৰ্ণনা যুক্ত দীঘলীয়া প্ৰাৰ্থনা। এনে দশাৱতাৰৰ বৰ্ণনা শঙ্কৰী যুগৰ পূৰ্ব্বৰপৰাই আঞ্চলিক প্ৰাকৃতত ৰচিত হৈ ভাৰতৰ আন ঠাইতো সদৰী হোৱা যেন লাগে। মুক্তিমঙ্গল কথাটো বৌদ্ধসকলৰ মহামঙ্গলেও সূচাই দিব পাৰে। জগতৰ চিৰ পৰিবৰ্ত্তনশীল অনুৰাগ-বিৰাগ, লোভ-মোহ, যুদ্ধ-বিগ্ৰহ আদিক অতিক্ৰম কৰি থকা শাশ্বত ভগৱন্তৰ নাম স্মৰণৰ অপৰিহাৰ্যতা সূত্ৰধাৰীয়ে ( সূত্ৰধাৰক সূত্ৰধাৰীও বোলে ) নাটকৰ আদিৰ পৰা অন্তলৈকে সামাজিক লোকক সোঁৱৰাই থাকে। ইয়াত শান্তৰসেই ৰস, আন আন ৰস সাগৰৰ বুকুত উঠা আৱৰ্ত্ত, বুদ্‌বুদ্ আৰু তৰঙ্গৰ দৰে। "Calm of mind, all passion spent."

তিব্বত আৰু নেপালকে ধৰি উত্তৰ-পূৱ ভাৰতত একপ্ৰকাৰ নাটকৰ প্ৰচলন আছিল। সেই নাটকৰ স্বভাৱ আৰু গঠন কিছু পৰিমাণে অসমীয়া বৈষ্ণৱ নাটকৰ দৰেই। কিন্তু অসমৰ অঙ্কীয়া নাটৰ পৰম বৈশিষ্ট্য এয়ে যে ইয়াৰ সংলাপৰ ( dialogue ) অংশ সঙ্গীতেৰে ( নৃত্য-গীত-বাদ্য ) দৰ্শকৰ আগত দোহাৰি ভাঙি ধৰা হয়। সঙ্গীতৰ অংশ বাদ দিলেও নাটকৰ কাহিনীটো পোৱা যায় আৰু কেৱল

সঙ্গীতৰ অংশ থাকিলেও কাহিনীটো ওলাই পৰে। মাজে মাজে জিলিকি থকা সংস্কৃতৰ শ্লোকে পণ্ডিতলোকক সন্তোষ দিয়াৰ উপৰিও অসমীয়া সমাজৰ লগত সৰ্বভাৰতীয় সম্পৰ্কৰ কথা সোঁৱৰাই দি থাকে, আৰু নাটৰ গাম্ভীৰ্য বঢ়ায়। অসমীয়া নাট সংলাপ, গীত, বৰ্ণনা আৰু শ্লোকৰ সমন্বয়। নিজৰ আধ্যাত্মিক ভূমিকাৰ উপৰিও সূত্ৰধাৰে মঞ্চনিৰ্দ্দেশ ( stage direction ) দি যায়। সূত্ৰধাৰযুক্ত ভক্তিনাট্য অঙ্কীয়া নাটৰ গঠন বা নিৰ্মাণশৈলী ( architectonic ) বিশেষভাৱে লক্ষ্য কৰিবলগীয়া। 'নাট্য' 'নৃত্য' শব্দৰ সমাৰ্থক আৰু অঙ্কীয়া নাটো সেইগুণে নৃত্যপ্ৰধান।

ভাগৱতৰ প্ৰচাৰৰ আগতে অসম কামৰূপ অঞ্চলত ৰামায়ণৰ কথকতা আৰু অভিনয়ৰ প্ৰচলন থকাৰ প্ৰমাণ নোহোৱা নহয়। শ্ৰীক্ষেত্ৰৰ ৰথযাত্ৰাৰ আহিত ৰাম-সীতা-লক্ষ্মণৰ মূৰ্ত্তি ৰথত তুলি কৰা শোভাযাত্ৰাৰ উল্লেখ পোৱা যায়। এই বিলাক শোভাযাত্ৰা বা যাত্ৰাই জনতাক আকৰ্ষণ কৰিছিল। পৰৱৰ্তী যুগত কৃষ্ণায়ন কাহিনীয়ে আন কাব্য পুৰাণক ঠেলি নিজে সেইবিলাকৰ স্থলাভিষিক্ত হয় আৰু সেই কাহিনীক অৱলম্বন কৰি ৰচিত গীত-পদ-নাট ভক্তিৰসৰ প্ৰধান বাহন হৈ পৰে। ভক্তিৰস বৰ্জ্জিত সাহিত্য চুৰা-পাতনিত পেলাই দিয়া সুমিষ্ট অন্নব্যঞ্জনৰ দৰে কাউৰী-কুকুৰৰ হে প্ৰিয় ; কৃষ্ণকথা বিহীন কাব্য-গীত গ্ৰাম্য কথাৰ দৰে বৰ্জ্জনীয়। উত্তম শ্লোকৰ গুণেহে গ্ৰাম্য কথা বিনাশন কৰিব পাৰে। বৈষ্ণৱ সাহিত্যৰ এয়ে আদৰ্শ।

ভক্তি ধৰ্মক যদি পৰম মূল্য ( absolute value ) বুলি ধৰা হয় তেন্তে তাৰ অবিচ্ছেদ্য অঙ্গ সাহিত্যকো অক্ষত আৰু অপৰিবৰ্ত্তিতভাৱে ৰক্ষা কৰিব লাগিব। এই ৰক্ষাকৰ্ত্তাসকলৰ সংখ্যা অতি লঘিষ্ঠ হব পাৰে। আদৰ্শ বাহকসকলৰ সংখ্যা লঘিষ্ঠতাই কোনো আদৰ্শৰ লঘুত্ব প্ৰমাণ নকৰে। ৰাজনৈতিক ভোটদানত বিশ্বাসী বহুলোকে অৱশ্যে সকলো কথাৰ সিদ্ধান্তৰ ক্ষেত্ৰতে বেলট বাকচৰ আদেশলৈ ভক্তি-ভাৱে অপেক্ষা কৰি থাকে।

সত্ৰাধিকাৰ পদৰ কাৰণে যোগ্যতাৰ গুণবোৰৰ ভিতৰত অঙ্কীয়া নাট কাটিব পৰাটোও অন্যতম। পৰলোকগত সন্ত-বৈষ্ণৱসকলৰ তিৰোভাব তিথি উপলক্ষ্যে তেখেতসকলৰ স্বৰ্গীয় আত্মাৰ প্ৰীতিৰ অৰ্থে অঙ্কীয়া নাটৰ ভাওনা কৰা হয়। নবীয়াৰ পৰা নিৰাময় হবলৈ, মাৰীভয় আৰু ৰাজভয়ৰ পৰা ৰক্ষা পাবলৈ ভাওনা কৰোৱা হয় বা ভাওনালৈ আগকৰি টোপোলা বান্ধে। ভাওনা ৰজোগুণেৰে আবৰি থকা অন্তৰৰ মুক্তিৰ অৰ্থে আকুল প্ৰাৰ্থনা। ৰাজকাৰেঙলৈ খোজ লোৱাৰ দিনৰ

পৰাই এই পবিত্ৰ অনুষ্ঠানৰ অৱনতিৰ আৰম্ভ। নাটমেলাৰ পৰা নাট সামৰালৈকে এই কালছোৱা এসময়ত ৰাইজৰ পক্ষে অতি পবিত্ৰ আছিল। সূত্ৰধাৰৰ পৰা দৰ্শকলৈকে ভাৱনাত সংযুক্ত সকলো নৰনাৰীৰ পবিত্ৰ আকাঙ্ক্ষাৰ অনুষ্ঠান এইটি। অবিশ্বাসী চকু-কাণে অঙ্কীয়া নাটৰ দুৱাৰদলীৰ সিপাৰলৈ যাব নোৱাৰে।

কোনো পণ্ডিতে ভাৰতীয় নাটৰ উৎপত্তি কৃষ্ণ-উপাসনাৰ ( Krishna cult ) লগত জড়িত বুলি মত দিয়ে। এই মতৰ সপক্ষে যুক্তি বলৱন্ত নহয়। * অসমৰ প্ৰাক্-বৈষ্ণৱ যুগত অঙ্কীয়া নাটৰ অনুৰূপ আন কিবা বস্তু, ( যেনে—বুদ্ধ নাটক ) থাকিব পাৰে; কিন্তু অসমৰ অঙ্কীয়া নাট কৃষ্ণগত প্ৰাণ। ইয়াৰ বহিৰঙ্গ আৰু অন্তৰঙ্গ দুয়োটাই ভাৰতীয় সংস্কৃতিলৈ অসমৰ পবিত্ৰ আৰু মূল্যৱান উপহাৰ। অঙ্কীয়া নাট এটা বস্তু; গ্ৰীক্ নাট, ইব্‌ছেনীয় নাট, বাৰ্ণাৰ্ড শ'ৰ নাট, কিমিতি নাট ( absurd ), এইবোৰো বিভিন্ন বস্তু। প্ৰত্যেকৰ স্বাদ বেলেগ। আঙ্গুৰ, পনীয়ল, কৰ্দৈ, মালভোগ কল, আপেল, সুৰা, মধুপৰ্ক।

( কুজীডাহত ১৯৭৭ চনত বহা অঙ্কীয়া নাটক সমাৰোহৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত )

---

* পতঞ্জলিৰ মহাভাষ্যৰপৰা কংসবধৰ কাহিনীৰ জনপ্ৰিয়তাৰ কথা ধৰিব পাৰি। খৃষ্টীয় দ্বিতীয় তৃতীয় শতিকা মানত ৰচিত ভাসৰ বালচৰিত নাটকৰ মূল ঘটনাও কংসবধ। ভাসে অৱশ্যে মহাভাৰত আৰু ৰামায়ণ দুয়ো ফালৰেপৰা নাটকৰ বিষয়বস্তু গ্ৰহণ কৰিছিল। কোনো কোনো পণ্ডিতে ভাসৰ বালচৰিত আৰু পতঞ্জলিয়ে উল্লেখ কৰা নাট একেখন বুলি মত দিয়ে। সি যি নহওক, কৃষ্ণায়ন নাটক যে ভাৰতৰ প্ৰাচীন বস্তু ই নিঃসন্দেহ।

## বেজবৰুৱাৰ সাহিত্যৰ সম্পৰ্কে

যুক্তিহীন প্ৰশংসা আৰু অতিশয় উক্তি প্ৰকৃত সাহিত্য আলোচনাৰ প্ৰধান বাধা। ইয়াৰ দ্বাৰা সাহিত্য আৰু সাহিত্যিকৰ গৌৰৱ বঢ়োৱা নহয়—বৰং ভৱিষ্যতে প্ৰতিক্ৰিয়াৰ দ্বাৰা সাহিত্য আৰু সাহিত্যিকৰ যশস্যা ক্ষুণ্ণ হোৱাৰ হে আশঙ্কা। বিশেষকৈ আমাৰ দেশৰ সাহিত্য আলোচনাত এনে আশঙ্কা আৰু বেচি। উন্নত দেশ-বিলাকত অনেক ডাঙৰ সাহিত্যিক থাকে, আৰু তুলনামূলক আলোচনাৰ দ্বাৰাই প্ৰত্যেককে নিজৰ প্ৰাপ্য স্থান দিব পাৰি। আমাৰ দেশত তেনে উচ্চ সাহিত্যিকৰ সংখ্যা অতিশয় কম হোৱাত সমালোচকসকলে যি দুই এগৰাকী সাহিত্যিক আছে তেওঁলোকৰ গাতে সকলো শ্ৰেষ্ঠতা আৰোপ কৰে।

কোন সাহিত্যিকৰ লিখনিত মানৱ হৃদয়ৰ কোন বিশেষ যিভাৱ প্ৰকাশ পাইছে তাৰ নিৰ্ণয় কৰাই সাহিত্য সমালোচকৰ কাম। সাহিত্যত বিশ্বমানৱে নিজকে প্ৰকাশ কৰে আৰু যি সাহিত্য যি পৰিমাণে এই প্ৰকাশত সমৰ্থ, সেই সাহিত্য সেই পৰিমাণে বিশ্বজনীন। গতিকে সাহিত্য জগতত স্থান নিৰ্দ্ধাৰিত কৰিবলৈ বিশ্বজনীন আদৰ্শ লব লাগিব, আৰু সেই আদৰ্শৰেই বিচাৰ কৰিব লাগিব। নিজৰ ঘৰত আমি নিজকে বাৰভূঞা বা তুংখুঙীয়া ফৈদৰ বুলি ওফন্দি থাকিলেও জগত সভাত আমাৰ স্থান লৈহে আমাৰ মহত্ব নিৰূপণ হব—সাহিত্য আলোচনাত দেশ প্ৰেমিকৰ চকুৰে নিজৰ দেশত নিজৰ সাহিত্যক শ্ৰেষ্ঠ দেখুৱালেই নহয়। দেশপ্ৰেমৰ যদি কোনোবা অধিষ্ঠাতা দেৱতা আছে তেন্তে কব লাগিব যে তেওঁ কামদেৱৰ সগোত্ৰ। দেশপ্ৰেম যদি তেনেকুৱাই হয়, তেন্তে সি মোহৰ বন্ধন দিব পাৰিলেও মুক্তি দিয়াৰ আশা কম।

আমি ইয়াকে কব খুজিছো যে সাহিত্য সমালোচনাত কেৱল দেশপ্ৰেমৰ দ্বাৰা অনুপ্ৰাণিত হলেই নহব ; বিশ্বজনীন আদৰ্শও লাগিব। অৱশ্যে এই আদৰ্শৰেই জুখি চাবলৈ গলে কিমান সাহিত্য টিকিব পাৰে তাক কোৱা টান। অলপতে দাৰ্শনিক অধ্যাপক ৰাধাকৃষ্ণনে বিলাতত এটা বক্তৃতা প্ৰসঙ্গত কৈছিল যে, আধুনিক সাহিত্য বুদ্ধিপ্ৰধান ( intellectual ) হ'লেও অতি পাতল, আনকি 'বাৰ্নাৰ্ড শ' আৰু এইচ, জি, ৱেলেছেও সাহিত্যৰ উচ্চ স্তৰলৈ উঠিবলৈ সমৰ্থ হোৱা নাই। কিয়নো তেওঁবিলাক সাময়িক হে, সাৰ্বজনীন আৰু সৰ্বকালীন নহয়। এই ষ্টেণ্ডাৰ্ড

লৈ ( Standard ) জুখিবলৈ গলে আমাৰ সাহিত্যত স্থায়ী সম্পদ কিমান ওলাব কব নোৱাৰি। ওলালেও সোৱণশিৰীৰ বালিৰ মাজৰ সোণৰ দৰেই। সেই বুলি দীন মনোবৃত্তি অৱলম্বন কৰাৰো আৱশ্যক নাই।

সাহিত্য সমালোচনা দুবিধ আছে—এবিধে সাৰ্বজনীন আদৰ্শৰে কোনো সাহিত্যৰ মূল্য নিৰ্দ্ধাৰণ কৰে, আনবিধ আলোচনাই কোনো দেশৰ বুৰঞ্জী, পাৰিপাৰ্শ্বিক অৱস্থা, মানসিক উন্নতি আদিলৈ লক্ষ্য ৰাখি সাহিত্যৰ গুণ-গৰিমাৰ বিচাৰ কৰে।

যোৱা উনবিংশ শতাব্দী অসমীয়া বুৰঞ্জীৰ সন্ধিস্থল। অসমৰ ৰাজনৈতিক স্বাতন্ত্ৰ্য লোপ পোৱাৰ লগে লগে অসম নতুন শাসনৰ অধীনলৈ আহিল আৰু শিক্ষা, সমাজ আৰু সংস্কৃতিৰ অনেক পৰিবৰ্ত্তন হ'ল। প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰবাহ বন্ধ হ'ল। অথচ নতুন সাহিত্যৰো আবিৰ্ভাৱ হোৱা নাই ; তাতোকৈ দুৰ্গতি যে অসম দেশতেই অসমীয়া ভাষাৰ লোপ পোৱাৰ আশঙ্কা। এনে সময়ত যি সকল লোকে অসমীয়া ভাষাক সুপ্ৰতিষ্ঠিত কৰিলে সেই সকলৰ ভিতৰত বেজবৰুৱা অগ্ৰগণী। আধুনিক যুগৰ ৰুচিৰে বিবিধ সাহিত্য সম্পদেৰে অসমীয়া ভাষাক চহকী কৰোতা সকলৰ মাজত বেজবৰুৱাই শ্ৰেষ্ঠ বুলি ক'লে বোধহয় আৰু কাৰো প্ৰতি অন্যায় কৰা নহব।

এটা জাতিৰ কেৱল ভাষা থাকিলেই নহয়, তেতিয়া সেই ভাষা কালত কোনোবা ভাষাতত্ত্ববিদৰ অনুসন্ধানৰ বিষয় হব পাৰে। ভাষা ভাবৰ বাহন। গৰুড় পক্ষীয়ে মহৎ ক্ষুধা লৈ বিশ্ব ব্ৰহ্মাণ্ড আতঙ্কিত কৰা বাবে পূজ্য নহয়, বিষ্ণুৰ বাহন হোৱাত হে সি ধন্য। সেইদৰে যি ভাষাই পৰম আনন্দ, মহান আদৰ্শ, উদাৰ শিক্ষা দি জাতিক সজীৱ আৰু জগতক বৰ্দ্ধমান কৰি থাকে সেই ভাষাহে ভাষা। যি সকল পুৰুষে ভাষাক এনে সাহিত্যৰ বাহন কৰি তুলিব পাৰে সেই সকলতকৈ জাতিৰ উপকাৰী কোন আছে কব নোৱাৰি।

আধুনিক যুগৰ অসমীয়া সাহিত্যৰ এই আৰম্ভৰ ক্ষণত বেজবৰুৱা ডাঙৰীয়াই সাহিত্যৰ সকলো ক্ষেত্ৰতে আজীৱন অক্লান্ত পৰিশ্ৰম কৰিলে।

Journalist 'জৰ্ণেলিষ্ট' হিচাবে, বৈষ্ণৱ সাহিত্যৰ সমালোচক হিচাবে, নাট্যকাৰ আৰু কবি হিচাবে, প্ৰবন্ধ লিখক হিচাবে বেজবৰুৱা ডাঙৰীয়াৰ ৰচনা আলোচনা কৰিবলৈ যথেষ্ট ক্ষেত্ৰ আছে। বেজবৰুৱা ডাঙৰীয়াৰ গদ্য ৰচনাৰ এটা নিৰ্দ্দিষ্ট ভঙ্গী আছে ( style ) যাক আন লিখকৰ ৰচনাত পোৱা নাযায়। তেওঁৰ গদ্য ৰচনাত কিছু mannerism থাকিলেও তাত মনোগ্ৰাহিতাৰ অভাৱ নাই।

কোনোবা এজনে বেজবৰুৱাই লিখা নিচিনা-নজনা ৰচনা এডোখৰ পঢ়ি শুনালেও সহজে সেই লিখা বেজবৰুৱাৰ বুলি কৈ দিব পাৰে ; আন অসমীয়া লিখকৰ সম্পৰ্কে সেইদৰে কব পাৰিনে নোৱাৰি সন্দেহ। দুই এজনে তেওঁক অনুকৰণ কৰিছে যদিও তেওঁৰ দোষৰ হে অনুকৰণ কৰা যেন লাগে।

যি নহওঁক বেজবৰুৱা ডাঙৰীয়াৰ লিখা ইমান মনোৰঞ্জক হোৱাৰ কাৰণ বেজবৰুৱাৰ 'হিউমাৰ' ( Humour ) 'হিউমাৰৰ' প্ৰতিশব্দ পোৱা অলপ টান। হাস্যৰস বুলিলে ইয়াৰ সম্পূৰ্ণ ভাব প্ৰকাশ কৰিব নোৱাৰি। সামঞ্জস্যহীনৰ সমাবেশকে যদি 'হিউমাৰ' বুলি ধৰা হয়, তেন্তে বেজবৰুৱাৰ 'হিউমাৰত' প্ৰাচীন আৰু নতুনৰ সংঘৰ্ষত হোৱা অসমীয়া জীৱনৰ চিত্ৰ এটি দেখিবলৈ পোৱা যায়। তেওঁৰ 'হিউমাৰ' বিদ্ৰুপৰ লগত ঘনিষ্ঠভাৱে সংশ্লিষ্ট। তেওঁৰ বিদ্ৰুপ সাহিত্যই গোটেই অসমীয়া জীৱনৰ এটি ছবি ডাঙি ধৰিছে, আৰু সেই কাৰণেই বিশেষকৈ সকলোৰে মনোৰঞ্জন কৰিব পাৰিছে। মনোৰঞ্জন কৰিব পৰা ক্ষমতাই সাহিত্যৰ স্থায়িত্ব নিৰ্দ্দেশ কৰিব নোৱাৰিলেও ই সামান্য প্ৰতিভা নহয়। আৰু কবিয়ে কোৱাৰ দৰে 'ৰাজা প্ৰকৃতিৰঞ্জনাং' কথা যদি সঁচা, তেন্তে বেজবৰুৱাকো অসমীয়া সাহিত্যৰ ৰজা বুলিব পাৰি। সমগ্ৰ জীৱন অক্লান্ত পৰিশ্ৰম কৰি নিজৰ ভাষাক সুপ্ৰতিষ্ঠিত কৰিলে, সাহিত্যৰ বিবিধ সম্ভাৰৰ আয়োজন কৰি ভৱিষ্যত বংশধৰ সকলৰ কাৰণে সাহিত্যৰ সেৱাৰ আদৰ্শ দেখুৱালে আৰু হাজাৰ হাজাৰ নৰনাৰীক শিক্ষা আৰু আনন্দ দিলে। যদি অসমীয়া জাতিৰ পানীয়লা আৰু খৰিকটীয়া হৈও তিষ্ঠি থাকিব পাৰে, তেন্তে কেতিয়াবা এই আদৰ্শই কিবা কাৰ্য্য সাধিব পাৰেই।

Music when soft voices die
Vibrates in the memory.

ইংৰাজী কবিৰ এই দুই পংক্তিৰ ভাব অৱলম্বন কৰিয়েই বোধ হয় তেওঁ লিখিছিল—

"ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ
ৰৈ গ'ল অৱশেষ অমিয়া জোকাৰ।"

তেওঁৰ স্মৃতি অসমীয়া জাতিৰ প্ৰতি ঠিক তেনে বস্তুৰেই হব। ভাষা আৰু সাহিত্যত "অপহৃতা অসুৰা" এজনে এই শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছে।

---

# অসমীয়া সাহিত্যত শঙ্কৰাচাৰ্যৰ চিন্‌-চ্ছাপ

"শোক-মোহ মহাপঙ্ক মাজে অৰ্জুন মগন ভৈল দেখি
পৰম ঈশ্বৰ দৈৱকী-নন্দ-নন্দন।"
(নামঘোষা, ৬৫৮)

মাধৱদেৱে নামঘোষাৰ উক্ত ঘোষাটিত গীতাৰ প্ৰথম অধ্যায়ৰ বিষাদগ্ৰস্ত অৰ্জুনৰ কথা উল্লেখ কৰিছে। ইয়াত শঙ্কৰাচাৰ্যই গীতাভাষ্যৰ উপক্ৰমণিকাত ব্যৱহাৰ কৰা শব্দৰ প্ৰতিধ্বনি আছে। পৰম পণ্ডিত মাধৱদেৱে শঙ্কৰাচাৰ্যৰ গীতা-ভাষ্য নিশ্চয় অধ্যয়ন কৰিছিল; তেওঁৰ পুথি-চাঙত সেই পুথি থকাও সম্ভৱ।

চাপৰিলে মেঘ নেৰায়। ভাৰতীয় চিন্তা-জগততো শঙ্কৰাচাৰ্যৰ প্ৰভাৱ এৰাবৰ উপায় নাই। দিগ্বিজয়ী অল্পায়ু শঙ্কৰাচাৰ্যই অষ্টম শতিকাত দাক্ষিণাত্যৰ দৰিদ্ৰ ব্ৰাহ্মণৰ ঘৰত জন্ম গ্ৰহণ কৰি অল্প বয়সতে যোগ আৰু জ্ঞানত পাৰ্গত হৈ গোটেই ভাৰত ভ্ৰমণ কৰিলে, বেদান্ত-গীতা-উপনিষদৰ ভাষ্য ৰচনা কৰি অদ্বৈত বেদান্ত-মত প্ৰতিষ্ঠা কৰিলে, সন্ন্যাসী সম্প্ৰদায় এটা গঠন কৰি ভাৰতৰ ঠায়ে ঠায়ে মঠ স্থাপন কৰিলে; বিভিন্ন দেৱ-দেৱীৰ সুললিত স্তৱ-স্তুতি বিবিধ ছন্দত ৰচনা কৰিলে; বৌদ্ধধৰ্মৰ অভ্যুত্থান ভাৰতত প্ৰতিৰোধ কৰি হিন্দুধৰ্মক ভাৰতত সঞ্জীৱিত কৰিলে; অদ্বৈতবাদী হৈও 'ষণ্মত স্থাপনাচাৰ্য' আখ্যা লাভ কৰি হিন্দুধৰ্মৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত ঐক্যবোধ দৃঢ় কৰিলে। হিন্দুধৰ্মৰ বেলেগ সম্প্ৰদায়ৰ মাজত যি ঐক্যানুভূতি আৰু সহিষ্ণু ভাব আছে, সিও একপ্ৰকাৰ শঙ্কৰাচাৰ্যৰে কৃতিত্ব বুলি কব পাৰি। শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ গাতে ভেজা লৈ নানান অদ্বৈতবাদী মত ভাৰতত গজি উঠিল। শঙ্কৰাচাৰ্যৰ মতৰ লগত পৰিচয় নঘটিলে আন মতবাদৰ লগতো পৰিচয় হোৱা কঠিন। পৃথিৱীত ভাৰতীয় দৰ্শন বুলিলে শঙ্কৰাচাৰ্যৰ দাৰ্শনিক মতকেই বুজে। আধুনিক কালতো এই মতবাদ অধ্যয়ন কৰিবলৈ জগতৰ পণ্ডিতসকলে চেষ্টা কৰে আৰু প্ৰায়েই নিৰাশ হয়।

শঙ্কৰাচাৰ্যৰ মোহমুদ্গৰ, বিবেক-চূড়ামণি আদি বৈৰাগ্য-প্ৰচাৰক শ্লোক-গ্ৰন্থ এতিয়াও ভাৰতীয় সমাজত বিশেষভাৱে প্ৰচাৰিত। শঙ্কৰাচাৰ্যৰ পৰৱৰ্তী নৱবৈষ্ণৱ আন্দোলনৰ সন্ত কবিসকলেও শঙ্কৰাচাৰ্যৰ বৈৰাগ্যৰ ভাব গীতি-কবিতাত প্ৰকাশ

কৰি গৈছে। অসমৰ মহাপুৰুষ কবিসকলৰ উপদেশ আৰু বৰগীতসমূহতো অনেক ঠাইত শৰীৰৰ শক্তি-সৌন্দৰ্যৰ ক্ষণভঙ্গুৰতা, পাৰ্থিৱ ঐশ্বৰ্যৰ অস্থায়িত্ব, সাংসাৰিক মমতাৰ অসাৰতা আদি ভাব শঙ্কৰাচাৰ্যৰ মোহমুদ্গৰ প্ৰভৃতি গ্ৰন্থৰপৰা বাগৰি অহা বুলিলে ভুল নহ'ব। বৰগীতবিলাকৰ মাজে মাজে সোমাই থকা এনে বচন অসংখ্য উদ্ধৃত কৰিব পাৰি। অন্ত্যমিলযুক্ত পদ ( rhyming verse ) সংস্কৃতত শঙ্কৰাচাৰ্যই প্ৰথমে প্ৰচলন কৰে বুলি কোনো কোনো পণ্ডিতে কয়। এই কথাও চাবলগীয়া।

স্মৰহ গোবিন্দ মূঢ় বোলহ গোবিন্দ মূঢ়
ভজহ গোবিন্দ সৰ্বক্ষণে।
মৰণ সন্নিত পাইলে গোবিন্দেসে ৰাখিবন্ত
নৰাখিবে 'ডুকৃঞ' কৰণে।
( নামঘোষা ৪৪ )

নামঘোষাৰ উদ্ধৃত ঘোষাটিও শঙ্কৰাচাৰ্যৰ প্ৰসিদ্ধ শ্লোকৰ সুন্দৰ অনুবাদ। ভট্টদেৱে কথাগীতাৰ আৰম্ভতে শঙ্কৰাচাৰ্যৰ গীতাভাষ্যৰ ওচৰত তেওঁৰ ঋণৰ স্বীকাৰ কৰিছে।

অদ্বৈতবাদৰ লগত ভক্তিৰ সম্বন্ধৰ বিষয়ে পণ্ডিত আৰু ভক্তসকলে আলোচনা কৰিছে। শঙ্কৰাচাৰ্যৰ দ্বাৰা ৰচিত বেদান্তৰ অদ্বৈতবাদী ভাষ্যত ভক্তিৰ অনুকূল কিমান উক্তি আছে, সেই সম্পৰ্কে পণ্ডিত লোকে ইতিমধ্যে পুথি-পত্ৰিকা প্ৰকাশ কৰিছে আৰু আমাৰ মাজতো এই বিষয়ত আলোচনাৰ থল নোহোৱা নহয়।

আহোম ৰাজত্বকালত শিৱসিংহ আৰু ফুলেশ্বৰী কুঁৱৰীৰ অনুৰোধত সেই সময়ৰ পণ্ডিত অনন্ত আচাৰ্য দ্বিজই শঙ্কৰাচাৰ্যৰ সৌন্দৰ্য লহৰী নামে স্তোত্ৰ-তন্ত্ৰ-কাব্যৰ প্ৰথমাৰ্দ্ধ অসমীয়া পদলৈ অনুবাদ কৰে ; এই অংশ আনন্দ লহৰী নামে জনাজাত। পণ্ডিত প্ৰবৰ হেমচন্দ্ৰ গোস্বামীদেৱে পুৰণি পুথি সংগ্ৰহ কৰোঁতে এই পুথি আৱিষ্কাৰ কৰে আৰু বৰ্তমান কামৰূপ অনুসন্ধান সমিতিৰ হাতত পুথিখন আছে। প্ৰত্যেক পৃষ্ঠাৰ কথাবস্তু চিত্ৰৰ সহায়ত বুজাই দিয়া হৈছে।

অনন্ত আচাৰ্যই শঙ্কৰাচাৰ্যৰ কথা এনেকৈ কৈছে—

শঙ্কৰ আচাৰ্য যাতো যোগী অৱতাৰ।
তান বাক্য বুজিতে শকতি আছে কাৰ ॥

তথাপিতো তাহান চৰণে কৰি নতি।
মতি অনুসৰি পদ ৰচিলোঁ সম্প্ৰতি ॥

মূল পুথিৰ প্ৰথম শ্লোকটি বিখ্যাত ; বহুতৰ মুখে মুখেই আছে—

শিৱঃ শক্ত্যাযুক্তো যদি ভৱতি শক্তঃ প্ৰভৱিতুং
ন চেদেৱং দেৱো ন খলু কুশলঃ স্পন্দিতুমপি।
অতস্ত্বামাৰাধ্যাং হৰিহৰবিৰিঞ্চ্যাদিভিৰপি
প্ৰণন্তুং স্তোতুং বা কথমকৃতপুণ্যঃ প্ৰভৱতি ॥

অনন্ত আচাৰ্যই ইয়াৰ পদ এনেকৈ কৰিছে—

যিটো সদাশিৱ পূৰ্ণ ব্ৰহ্ম নিৰঞ্জন।
ব্ৰহ্মা বিষ্ণু ইন্দ্ৰে সেৱে যাহাৰ চৰণ ॥
জনম মৰণ আদি শৰীৰ বিকাৰ।
নাহি বুলি চাৰি বেদে কহন্ত যাহাৰ ॥
নিত্যানন্দ সকল মঙ্গল আত্মাৰাম।
দেৱীৰ প্ৰসাদে তেহোঁ ভৈল পূৰ্ণকাম ॥
যাতো তান সঙ্গত থাকাহা ভগৱতী।
এতেকে ঈশ্বৰ বোলাৱন্ত পশুপতি ॥
যদি এককণো দেৱি ছাড়া তান সঙ্গ।
তেতিক্ষণে যত গৰ্ব তান হৈব ভঙ্গ ॥
হৰি হৰ ব্ৰহ্মা আদি দেৱ নিৰন্তৰে।
তোমাক আৰাধি সৃষ্টি স্থিতি নাশ কৰে ॥
এতেকে তোমাৰ স্তুতি-নতি কৰিবাৰ।
নাহিকয় শক্তি মন্দপুণ্যাৰ আমাৰ ॥

মূলৰ কাব্যিক সৌন্দৰ্য ইয়াত অলপো ৰক্ষা কৰিব পৰা নাই ; কৰা সম্ভৱো নহয়। অসমীয়া পদ ব্যাখ্যাত্মক। সৌন্দৰ্য লহৰী গোটেই ভাৰতত প্ৰচাৰিত হৈছিল ; ইয়াৰ কুৰিবিমান ভাষ্যও এতিয়ালৈকে পোৱা গৈছে। আমাৰ অসমীয়া অনুবাদকে নিশ্চয় কোনো ভাষ্যৰ গাত ভেজা লৈ এই অনুবাদ কৰিছে যেন লাগে। সৌন্দৰ্য লহৰীৰ কাব্য-গুণৰ কথা ৰবীন্দ্ৰনাথে কেইবা ঠাইতো উল্লেখ কৰিছে ; এই কথা লক্ষ্য কৰিবলগীয়া।

অনন্ত আচাৰ্যৰ অসমীয়া অনুবাদ নানা কাৰণত তাৎপৰ্যপূৰ্ণ।* 'গুপ্তা কুলবধূৰিব' তন্ত্ৰ কাব্যৰ প্ৰাকৃত অনুবাদ ভাৰতত অনন্ত আচাৰ্যই প্ৰথমে কৰে যেন লাগে।

আধুনিক কালতো শঙ্কৰাচাৰ্যৰ কাব্যৰ অসমীয়া অনুবাদ অসপীয়া হ'লেও দেখা যায়। ইং ১৯১১-১২ চনত বাঁহীত কেইটিমান সুন্দৰ অনুবাদ ওলাইছিল, বহুতে নিশ্চয় পোৱা নাই। তাৰে দুটিমান তলত তুলি দিলোঁ। অনুবাদক উমেশচন্দ্ৰ বৰুৱা।

গুৰুগীতিমালা

**বৰাগীৰ জোলোঙা**

( ১ )

নিশা, দিন, গধুলি, পুৱা
নিয়ৰ, বসন্ত কালি,
কালৰ গতিত আহিছে, গইছে
আয়ু-লতা গৈছে হালি।
আশা-বায়ু কিন্তু এতিয়াও তোমাৰ
আছে যে গাতে লাগি ;
মৰণ আহিলে মৰিব লাগিব,
নোচোৱা কিয়নো ভাবি।
বিদ্যা-বুদ্ধি তোমাৰ তৰ্ক-নৈপুণ্যই
তেতিয়া নিদিয়ে কাম ,
( সেইহে ) ভজাঁ গোবিন্দক, জপাঁ গোবিন্দক
লোৱাঁ গোবিন্দৰ নাম।

( ৩ )

ধন-বিত তোমাৰ আছে যতদিন,
আছে আপোনাৰ জন ,
আৰ্জিব নোৱাৰা হ'লে কি দেহা,
পলাব গোটেইখন।

---

* আমাৰ প্ৰবন্ধ ( অসম সাহিত্য সভা পত্ৰিকা, ড° মহেন্দ্ৰ বৰা সম্পাদিত ) চাব পাৰে।

বাতৰি তেতিয়া নলয় তোমাৰ,
ঘৰলৈ নাহেও আৰু ;
( তোমাৰ ) শকতি থাকোঁতে ভকতি তুমি
নকৰা কিয়নো বাৰু ?
মৰণ আহিলে মৰিব লাগিব,
( সেইহে ) এৰাঁহে সকলো কাম ;
তুমি ভজাঁ গোবিন্দক, জপা গোবিন্দক,
লোৱাঁ গোবিন্দৰ নাম।

( ৬ )

বুঢ়া কালত তোমাৰ লুৰ্-লুৰ্ দেহা
চুলিও গৈছে পকি,
দাঁতো নোহোৱা হৈছে এটিও
গৈছা লাখুটি ধৰি।
আশা-জালত কিন্তু এতিয়ালৈকে
মেৰ খাই আছা যে তুমি ;
মুক্ত নহ'লে নতবা যে হেৰা,
নোচোৱা কিয়নো গমি ?
মৰণ আহিলে মৰিব লাগিব,
এৰাঁহে সকলো কাম ;
( তুমি ) ভজাঁ গোবিন্দক, জপা গোবিন্দক,
লোৱাঁ গোবিন্দৰ নাম।

( ৭ )

দিনৰ পাছত ৰাতি আকউ
তাৰ পাছত দিন ;
পথৰ পাছত মাহ গৈ
বছৰত গৈছে লীন।
বছৰৰ পাছত বছৰ গৈ
আয়ু গৈছে টুটি ;

আশা কিন্তু এতিয়াও তোমাতে
আছে খুটি পুতি।
মৰণ আহিলে মৰিব লাগিব,
এৰাঁহে সকলো কাম।
ভজাঁ গোবিন্দৰ, জপা গোবিন্দৰ
লোৱা গোবিন্দৰ নাম।

অসমৰ জীৱনৰ বিভিন্ন ক্ষেত্ৰত শঙ্কৰাচাৰ্যৰ প্ৰভাৱ আৰু দান সম্পৰ্কে আলোচনা-গৱেষণা হোৱা যেন দেখা নাই। ৰুচি থকা আৰু সুবিধা পোৱা লোকে এই বিষয়ে বহলাই আলোচনা কৰিব বুলিয়েই এই সৰু টোকাটি আগবঢ়োৱা হ'ল। কেতুবীৰ ঠাইত আদা আগবাঢ়ি আহিব লাগে। ০ ০ ০

চাপৰিলেও মেঘ নেৰায়। সাংস্কৃতিক জগতৰ বিশ্বব্যাপী প্ৰভাৱৰ পৰাও জীয়া মানুহ হাত সাৰিব নোৱাৰে। অসমীয়া সাহিত্যৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ পৰাটো অতি স্বাভাৱিক কথা আৰু ই অসমীয়া মন-প্ৰাণৰ সজীৱতাৰ নিভূৰ্ল লক্ষণ।

মধ্যযুগৰ ভাৰতীয় প্ৰাদেশিক সাহিত্য ঘাইকৈ দেৱতাপ্ৰধান, মানুহপ্ৰধান নহয়। বৈষ্ণৱ সাহিত্যত বা শাক্ত সাহিত্যত সম্প্ৰদায় বিশেষৰ তত্ত্বকথা আছে, মানুহৰ মানবীয় মৰ্মকথা অতি অল্পহে আছে। থাকিলেও সি পোনপটীয়া নহয়। য়ুৰোপীয় শিক্ষা-সভ্যতাই এই মানুহপ্ৰধান সাহিত্যৰ প্ৰতি ৰুচি ভাৰতীয় মনত বঢ়াই দিলে। প্ৰাদেশিক সাহিত্যৰ ভিতৰত বঙ্গভাষাতে জয়েজয়ে এই নতুন ৰুচি ডঙ্গ কৰিব পৰা সাহিত্য ৰচনা হয়। মাইকেলৰ মেঘনাদবধ কাব্যৰ বিষয়বস্তু সম্পূৰ্ণ ভাৰতভূমিৰ, কিন্তু তাৰ প্ৰকাশ আৰু প্ৰকৃতি সম্পূৰ্ণ পশ্চিমীয়া। ই যেন পুৰণি পাত্ৰত নতুন পানীয়। কোনো এজন কবিয়ে এঠাইত কৈছে বোলে কংসৰ সভাত কৃষ্ণৰ প্ৰবেশ হোৱাত কংসৰ গায়নে অলক্ষিতে গোবিন্দৰ গীত গাইছিল। মাইকেলৰ কাব্যখনত কিন্তু ৰামৰ বন্দনা নাই, ৰাৱণলৈহে সহানুভূতি।

মাইকেলে আৰম্ভ কৰা আৰু বঙ্কিমচন্দ্ৰই বহল কৰা নতুন বঙ্গালী সাহিত্যত ৰবীন্দ্ৰৰ সাৰ্বভৌম সৃষ্টি আহি যোগ হ'ল। ৰবীন্দ্ৰৰ সাহিত্য প্ৰতিভা সঙ্গীত, কাব্য, গল্প, প্ৰবন্ধ আদি বিচিত্ৰ বেশেৰে প্ৰকাশ পালে—এই সাহিত্য যিদৰে ভাৰতীয় সাহিত্য, সেইদৰে বিশ্বসাহিত্যও। বঙ্গালী ভাষাৰ প্ৰকাশিকা শক্তিৰ মাহাত্ম্য জগতত স্বীকৃত হ'ল। বিষ্ণুৰ বাহন হোৱাত যিদৰে গৰুড়ৰ মাহাত্ম্য, উচ্চ সাহিত্যৰ মাধ্যম হলেও সেইদৰে ভাষাৰ গৌৰৱ।

বঙ্গালী সাহিত্যই আধুনিক যুগত স্বীকৃতি লাভ কৰাত ভাৰতৰ আন আন প্ৰাদেশিক ভাষাসমূহৰো ভৱিষ্যতৰ আশা উজ্জল হৈ পৰিল। ভাৰতৰ আঞ্চলিক ভাষাবিলাকলৈ ৰবীন্দ্ৰনাথৰ ঘাই অৱদান হ'ল এই প্ৰেৰণাই। যুগৰ সংক্ৰান্তিত, পাশ্চাত্যে জগতৰ আদৰ্শ আৰু প্ৰভাৱত ভাৰতীয় সকলো প্ৰদেশৰ লোকেই সাহিত্য-প্ৰচেষ্টা আৰম্ভ কৰিছিল। ৰবীন্দ্ৰনাথৰ আবিৰ্ভাৱ নোহোৱা হলেও এই পৰিবৰ্ত্তন

ঘটিলহেঁতেন কিন্তু বিশ্বসাহিত্যৰ দৰবাৰত ৰবীন্দ্ৰৰ সমাদৰ-সম্মান লাভ হোৱাত ভাৰতীয় সাহিত্যিকসকলৰ কুণ্ঠাবোধ দূৰ হ'ল, কাব্যদোষ আঁতৰিল।

ৰবীন্দ্ৰৰ অভ্যুদয়—'যৈচন সুৰপৰকাশ'। তেওঁৰ প্ৰতিভাৰ জ্যোতি চৌদিশে বাগৰিল—তেওঁৰ 'গীত-কবিত্ব গুণ' বহুদূৰ বিয়পি গৈ লৌহিত্যৰ দুয়ো 'কোল'ৰ কবিৰ মাজতো যে অতিধ্বনি তুলিবই ই অতি স্বাভাৱিক।

পশ্চিমীয়া সংস্কৃতি-সাহিত্য আৰু প্ৰাচীন কাব্য-কাহিনী আৰু দৰ্শন-পুৰাণৰ উদগনিত ভাৰতীয় আধুনিক সংস্কৃতিৰ উন্মেষ। ভাৰতৰ সকলো অঞ্চলেই কম বেচি পৰিমাণে এই নতুন জাগৰণৰ স্পন্দন অনুভৱ কৰে। শিক্ষা-সংস্কৃতি, ধৰ্ম-ৰাজনীতি আৰু সাহিত্য-কলাবিদ্যা সকলোতে এই স্পন্দনৰ পৰিচয় পোৱা যায়। সাহিত্য-সঙ্গীতৰ বিচিত্ৰ প্ৰকাশ ৰবীন্দ্ৰনাথৰ কবিকৰ্মত অতি স্পষ্ট আৰু উজ্জ্বল হৈ প্ৰকাশ পায়।

অসমীয়া তথা ভাৰতীয় বিভিন্ন সাহিত্যত যি পৰিবৰ্ত্তন হয়, সি কালপুৰুষৰ ( Zeit-geist ) প্ৰভাব হলেও, ৰবীন্দ্ৰনাথৰ ব্যক্তিগত প্ৰভাৱো স্পষ্ট। অসমত বৰ্তমান শতিকাৰ দ্বিতীয়-তৃতীয় দশকত কেইবাগৰাকী কবি-সাহিত্যিক ৰবীন্দ্ৰনাথৰ ৰচনাৰ প্ৰভাৱৰ পৰিধিত সোমায়। এই কেইগৰাকীৰ মাজত শ্ৰীৰত্নকান্ত বৰকাকতী, শ্ৰীমতী নলিনীবালা দেৱী, শ্ৰীসূৰ্য্যকুমাৰ ভূঞা, ৺ভগৱতী প্ৰসাদ বৰুৱা, শ্ৰীপাৰ্ব্বতি প্ৰসাদ বৰুৱা আদি উল্লেখযোগ্য। কোনো কোনো নবীন ৰবীন্দ্ৰপ্ৰেমীয়ে কবিৰ হাতৰ আখৰ, সাজপোছাক, দীঘল চুলি আৰু থোজ-কাটলো অনুকৰণ কৰিছিল।

৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই ১৯১০ চনত ৰচনা কৰা 'সখি কোনেনো বজায়' গানটিয়েই অসমীয়ালৈ অনুবাদ কৰা প্ৰথম অসমীয়া কবিতা বুলি অনুমান হয়। এই গানটি প্ৰথমে বাঁহীত ( দ্বিতীয় বছৰ ) ওলাইছিল আৰু পাচত 'কদমকলি'ত ছপা হৈছিল। বেজবৰুৱা ডাঙৰীয়াই 'কদমকলি'ত ৰবীন্দ্ৰনাথৰ মূল কবিতাটিৰ কথা শ্ৰদ্ধাৰে উল্লেখ কৰিছে। 'কড়ি ও কোমল'ত এই গানটি আছে আৰু পাঠকসকলে মূল আৰু বেজবৰুৱাৰ অনুবাদ মিলাই চাব পাৰে।

### বাঁশি

ওগো শোনো কে বাজায়।
বনফুলেৰ মালাৰ গন্ধ বাঁশিৰ তানে মিশে যায়।
.........( ৰবীন্দ্ৰ ৰচনাৱলী, জন্ম শতবাৰ্ষিক সংস্কৰণ
১ম খণ্ড, পৃঃ ১৭৬ )

শ্ৰীৰঘুকান্ত বৰকাকতীৰ ৰবীন্দ্ৰনাথৰ স্পষ্ট প্ৰভাৱ দেখা যায়, কিন্তু সেইবুলি বৰকাকতীৰ মৌলিকতা ম্লান হোৱা নাই। ইংৰাজী সাহিত্যৰ পাঠকসকলে নিশ্চয় জানে ইংৰাজ কবি গ্ৰেৰ ওপৰত মিল্টনৰ প্ৰভাৱৰ কথা ; মিল্টনৰ প্ৰভাৱ পৰা সত্বেও গ্ৰেৰ বিশিষ্টতাৰ অলপো হানি হোৱা নাই।

মিষ্টিচিজম্ বা অতীন্দ্ৰিয়বাদ, অতীত ভাৰতৰ 'বহুযুগেৰ ওপাৰ হতে' উটি অহা স্মৃতি আদি ৰবীন্দ্ৰনাথৰ বিশিষ্টতাবোৰৰ প্ৰভাৱ অসমীয়া কবিতাত কেনেদৰে পৰিছে তলৰ উদাহৰণ কেইটাৰ পৰা ধৰিব পাৰি।

'জোনালি নিশাৰ মৃদুমলয়া বৈ
তোমাৰ বাতৰি কাণে কাণে গল কৈ।
অভিসাৰ তব আকুলিত সমীৰত
জোনাক ৰূপালি সানিথৈ বয়ানত।
বকুল তলেৰে তোমাৰ চৰণ ধ্বনি
শুনিলো মধুৰ নূপুৰৰ ৰিণিজিনি।'

( নলিনীবালা দেৱী )

'টোপনি মগন বিশ্বৰ কোলাত
সজাগ বীণাটি বাজে
..................
সাৰ পাই দেখো চন্দন সুবাস
আমোল মোলাই গাত।'

( নলিনীবালা দেৱী )

'নোকোৱা কথা নোগোৱা গান
নোটোকা চকুৰ পানী।'

( ৺ভগৱতী প্ৰসাদ বৰুৱা )

'তোমাৰ পূজাত লাগে বুলি
'দুখৰ জুইত দহি পুৰি
কেঁচা সোণৰ বৰণ পোৱা কলিজাটি লওঁ।

( পাৰ্ব্বতি প্ৰসাদ বৰুৱা )

'মনত পৰেহি কোনোবা পুৰণি
জোনাকী বিৰহ বেথা,
মাধৈ মালতী ফুলৰ আঁৰত
গোপনে মিলন কথা।'

( পাৰ্ব্বতী প্ৰসাদ বৰুৱা )

'নেলাগে উভতি চাব যোৱা আঁতৰি
মাতিছো তোমাক মই মিনতি কৰি'
—এই দুশাৰী শুনিলেই মনত পৰিব,
গগনে গৰজে মেঘ ঘন বৰষা
কূলে একা বসে আছি নাহি ভৰষা।

( ৰবীন্দ্ৰনাথ ঠাকুৰ )

ভাষা, ছন্দ, আধ্যাত্মিক পৰিপুষ্টি—এই সকলো প্ৰকাৰে ৰবীন্দ্ৰনাথে প্ৰাদেশিক সাহিত্যসমূহক সমৃদ্ধ কৰিছে।

---

## বিহু আৰু ছেক্‌ছপীয়েৰ ঃ 'বছৰে বছৰে বাঢ়ি' যা—

চ'ত যায়, বহাগ আহে। বঙালী বিহুৰ আগে পাছে এপ্ৰিল মাহৰ কোনোবা এটা দিনত ইংলণ্ডৰ গাওঁ এখনৰ একপ্ৰকাৰ নাম-গুৰি নোহোৱা নিম্ন মধ্যবিত্ত পৰিয়ালত বিশ্বকবি ছেক্‌ছপীয়েৰ জন্ম পায়। এইজনা কবিকে লৈ ইংৰাজ জাতিয়ে গৰ্ব কৰে। কাৰ্লাইলে কৈছিল, "ভাৰত সাম্ৰাজ্য আমাৰ হাতৰপৰা এদিন যাবই, কিন্তু আমাৰ ছেক্‌ছপীয়েৰ সদায় আমাৰ, তেওঁক এৰিব নোৱাৰোঁ।" ইংৰাজৰ শাসন গ'ল, কিন্তু ছেক্‌পীয়েৰক ভাৰতেও এৰিব নোৱাৰে।

জ্যোতিষ শাস্ত্ৰমতে গ্ৰহবিলাক বিভিন্ন সময়ত বিভিন্ন ভাবত (mood) থাকে। একোজন গ্ৰহ কেতিয়াবা নৃত্যালিপ্সা ভাবত থাকে, তেওঁৰ তেতিয়া নাচিবৰ মন যায়। ছেক্‌ছপীয়েৰে তেওঁৰ সৃষ্ট চৰিত্ৰ এটাৰ কথা এনেদৰে কৈছে,—"She was born under a dancing star." এই স্ৰষ্টাজনকো 'নৃত্যালিপ্সা'ই পোৱা গ্ৰহৰ প্ৰভাৱত জন্ম হোৱা বুলি ধৰিব পাৰি। বিহুৰ কালিকা বা স্পিৰিট এওঁৰ গাত ভালকৈ লম্ভিছিল। ইয়াকে তেওঁৰ ভাগ্যদেৱতা, জীৱনদেৱতা বা 'ডেমন্' বুলি ক'লে জগৰ নালাগিব।

গুৱাহাটীৰপৰা ওলোৱা দ্বিতীয় পৰ্যায়ৰ জোনাকীত গোপাল চন্দ্ৰ ভূঞা নামে এগৰাকী লোকে (ক) ৱাৰ্ডছৱাৰ্থৰ 'The Cuckoo' বোলা কবিতাটি অসমীয়ালৈ ভাঙি প্ৰকাশ কৰিছিল—

O blithe newcomer, I have heard,
I hear thee and rejoice.

গোপাল ভূঞাই ইয়াৰ অনুবাদ এনেদৰে কৰিছিল—

আহিলানে ধেমেলীয়া নতুন আলহী?
মাত শুনি বিহু লাগে গাত। (খ)

মূলত থকা rejoice শব্দটোতকৈ 'বিহু লাগে' কথাৰ চোক বেছি—গাত বিহলগা কথাই আনন্দত মতলীয়া হোৱা বুজায়, উচ্ছৃঙ্খলতাৰ ভাবো ইয়াত সোমাই আছে। ৰুচি, শিক্ষা আৰু সামাজিক পৰিবেশৰ গুণত কেতিয়াবা ভাল কথাও বেয়া হয়, পবিত্ৰ বস্তুও কলুষিত হয়। অসমীয়া বিহুটোকো কেতিয়াবা

---

(ক) এখেত ডাঃ হিৰণ্য চন্দ্ৰ ভূঞাৰ দেউতাক। ঘৰ বহাত শিক্ষকতা কৰিছিল। (খ) শতপত্ৰ (পৃঃ ৭০, নতুন সংস্কৰণ)

অশ্লীলতাৰ লগত সাঙ্ুৰি দিছিল, আৰু সেইবাবেই আনন্দৰাম ঢেকিয়াল ফুকনৰো বিহুৰ প্ৰতি মনৰ ভাব এনেকুৱাই আছিল। কমলাকান্ত ভট্টাচাৰ্যৰ দৰে উদাৰ দেশপ্ৰেমিক লোকেও বিহুৰ অশ্লীলতাৰ বিৰুদ্ধে এসময়ত হাতত কাপ লব লগা হৈছিল আৰু গাঁৱৰ বুকুত সোমাব পৰা কবি ৰত্নেশ্বৰ মহন্তয়ো ভট্টাচাৰ্যক সমৰ্থন কৰিছিল। (ক)

বিহু বুলিলে আমি প্ৰকৃতিয়ে দিয়া, মানুহে দিয়া আনন্দ আৰু সম্পদ সংযতভাৱে ভোগ কৰাকে বুজো। বেয়াৰ মাজৰপৰা ভালটো সোণ কমোৱাদি কমাই লব পৰাও মানুহৰ স্বভাৱ। 'There is a Soul of goodness even in things evil' বেয়াৰ মাজতো মঙ্গলৰ বীজ সোমাই থাকে। (খ)

থাৰৈয়া বেজবৰুৱায়ো পাকে-প্ৰকাৰে তাৰেই প্ৰতিধ্বনি কৰিছে কদমকলিত —

'ইলিহি মাছত যিমানেই কাঁইট, তথাপি সৰহ ভাগ তেলাল।'

প্ৰাকৃতিক সৌন্দৰ্যৰ প্ৰতি মোহ, মতা-তিৰোতাৰ সহজ, সৰল, সুস্থ যৌন আকৰ্ষণ, দাম্পত্য জীৱন, সংসাৰৰ ভাল বস্তুবোৰৰ নিয়মিত উপভোগ—এইবোৰ ছেক্‌ছপীয়েৰৰ নাটকৰ—বিশেষকৈ কমেডি'বোৰৰ প্ৰধান বিষয়বস্তু। Because there is virtue in the world should there be on cakes and ale? (Twelfth Night) ধৰম থাকিল বুলিয়েই পিঠাডোখৰ আৰু পানীটুপিক দলিয়াই পেলাবানে? বৈধ সম্ভোগৰ লগত ধৰ্মৰ বিৰোধ নাই।

মধ্যযুগত স্ত্ৰী-পুৰুষৰ সম্পৰ্ক তথাকথিত ধাৰ্মিক লোকে যিটো বিৰাগ আৰু প্ৰতিবাদৰ চকুৰে চাইছিল, ছেক্‌ছপীয়েৰ যেন তাৰে এটা প্ৰতিবাদ। চকু মুদি অ'ৰ-ত'ৰপৰা কিছুমান উদাহৰণ দিয়া যাওক।

Torches are made to light jewels, to wear
Dainties to taste, fresh beauty for the use !
Herbs for their smell, and sappy plants to bear
Things growing to themselves are growth's abuse
Seeds spring from seeds and beauty breedth beauty
Thou wast beget ; to get it is thy duty.

( Venus and Adonais )

—জোৰ একুৰা জ্বলায়, পোহৰ পাবলৈ। অলঙ্কাৰ-পাতি গঢ়ায় পিন্ধিবলৈ; জুতিলগা বস্তুৰ সোৱাদ লয়। মুগুডা ফুল শুঙিবলৈ; লাগনী

---

(ক) পুৰণি জোনাকী আদি আলোচনী দ্ৰষ্টব্য ; (খ) Hery IV

গছ গুটি লাগিবলৈ। নিজৰ স্বাৰ্থৰ কাৰণে যি বাঢ়ে, সেই বৃদ্ধি এটা অপব্যৱহাৰ। গুটিৰপৰা গুটি গজে, সৌন্দৰ্যৰপৰা সুন্দৰৰ জন্ম। তোমাক লোকে জন্ম দিলে। সেইদৰে জন্মে দিয়াও তোমাৰ কৰ্তব্য।

Beauty starved with her severity
Cuts beauty from all posterity.

( Romeo and Juliet)

—সুন্দৰীয়ে যদি কঠোৰ কৌমাৰ্য অৱলম্বন কৰে, তেন্তে ভবিষ্যত পুৰুষে সৌন্দৰ্যৰপৰা বঞ্চিত হব।

Earthlier happy is the rose distilled
Than that which withering on the virgin thorn,
Grows, lives and dies in single blessedness.

( Midsummer Nights' Dream )

—যি গোলাপৰ আতৰ ( নিৰ্মাণ ) ওলায়, সি সুখী ; যি গোলাপ কাঁইটৰ মাজতে অকলশৰে ফুলি মৰহি যায়, সি সুখী হব নোৱাৰে।

It is not politics in the Commonwealth of Nature to preserve virginity. Virginity murders itself and should be buried in the highways out of sanctifed limit.

( All's Well that Ends Well ).

—প্ৰকৃতি ৰাজ্যত কৌমাৰ অনীতি। তেনে অপাপবিদ্ধা আত্মঘাতিনী। তেওঁক মৰিলে অপবিত্ৰ ঠাইত কবৰ দিব লাগে।

চকুত লগা পুৰুষ আৰু সুন্দৰী তিৰোতাৰ কৰ্তব্য, সন্তান উৎপাদন কৰি সেই সৌন্দৰ্যৰ ধাৰা সংসাৰত ৰক্ষা কৰা।

ৰেনাচাঁছৰ কালত এই ভাব কাব্য-সাহিত্য দৰ্শনত প্ৰকাশ পাইছিল।

Erasmus-এ 'Of a Suitor and a Maiden' বোলা পুথিত, ছাৰ ফিলিপ্‌ ছিদ্‌নিৰ আৰ্কেডিয়াত, গোৱাৰিণীৰ Pastor Fido আদি গ্ৰন্থত এই কথা বাৰে বাৰে ওলাইছে। ছেক্‌ছপীয়েৰৰ ছনেট শতকৰ প্ৰথম পোন্ধৰটামানত প্ৰধান সুৰ এইটোৱেই।

প্ৰথম ছনেট আৰম্ভ হৈছে এইদৰে—

Four faiest creatures we desire increase,
That there by beauty's rose might never die.

But as the riper should by time decrease,
His tender heir might bear his memory.

তৃতীয় ছনেটৰ দুশাৰীমান—

For where is she so fair whose uneared womb
Disdain the tillage of thy husbandry ?
Or who is he so fond ( = foolish ) will be the tomb
Of his self love, to stop posterity ?

Postor Fidor-ৰ এটা অংশৰ ইংৰাজী অনুবাদ এনে—

Why did frank (generous) Nature upon thee bestow.
Blossoms of beauty in thy prime so sweet
And fair for thee to trample under feet ?

—তোমাক উদাৰ প্ৰকৃতিয়ে সৌন্দৰ্য-ফুল ভৰিৰে গছকি মোহাৰি পেলাবলৈকে দিলে নেকি? লক্ষ্য কৰিবলগীয়া যে কালিদাসেও শকুন্তলাৰ সৌন্দয বৰ্ণনা কৰোতে কেইবা ঠাইতো ফুলৰ উপমা ব্যৱহাৰ কৰিছে।

এই সম্পৰ্কত অপ্ৰাসঙ্গিক নোহোৱা আৰু এটা কথা মনত পৰিছে। 'এজ্ ইউ লাইক ইট্' বোলা নাটত আছে।

কৰিন ( Corin ) এটা হাবিতলীয়া ভেড়াৰখীয়া খেতিয়ক। টাছষ্টন্ ( Touchstone ) নগৰৰ গোন্ধ পোৱা এটা বহুৱা। কৰিণক হোজা মানুহ পাই টাচষ্টনে জোকাইছে।

কৰিণে কৈছে—

I am a true labourer ; I earn that I eat, get that I wear ; owe no man hate, envy no man's happiness, glad of other man's good, content with my harm and the greatest of my pride is to see my eyes graze and my lamb suck.

—মই নিজে পৰিশ্ৰম কৰি খাওঁ, নিজে বৈ-কাটি পিন্ধো। কাকো ঘিণ-খাণ নকৰো; লোকৰ সুখ দেখিলে চকু নোপোৰে। লোকৰ ভালহোৱা দেখিলে ৰং পাওঁ, দুখতো মোৰ সন্তোষ। মোৰ পৰম আনন্দ হয়—মাইকী ছাগলীজনী চৰি ফুৰা দেখিলে, পোৱালিক গাখীৰ খুউৱা দেখিলে।

টাছষ্টনে কৰিণক তেতিয়া কৈছে—

That is another simple sin in you to bring the ewes and

**the rams together and to offer to get your living by the copulation of cattle ; to be bawd to a bell-wether.**

—তোৰ এইটো দেখ্‌দেখকৈ মহাপাপ হৈছে। তই মতা ছাগলী আৰু মাইকী ছাগলী লগ লগাই দি সিহঁতক বছৰে বছৰে বাঢ়ি যাবলৈ সুবিধা দিছ আৰু সেই কাৰ্যৰ দ্বাৰাই জীৱিকা নিৰ্বাহ কৰিছ।

টাছষ্টনৰ মুখেদি নাট্যকাৰে সেই কালৰ ভকতীয়া পিউৰাটান্‌বোৰক ব্যঙ্গ কৰিছে।

সন্তোষীয়া সৰল চহাৰ জীৱনেই অসমীয়া বিহুপতা মানুহৰো জীৱন আছিল। এনে জীৱনৰ বিষয়ে অভিজ্ঞতা বিলাতৰ নাট্যকাৰজনাৰ যথেষ্ট আছিল। ঘৰখন দুখীয়া হলেও, নিম্ন শ্ৰেণীৰ মানুহ নহয়, কবিজনাৰ মাক ভুঞাৰ বংশৰে জীয়ৰী। মাক-বাপেকে তেওঁক সেই যুগৰ 'গ্ৰামাৰ' স্কুলত দিব পৰাথিনি শিক্ষা দিছিল, লেটিন্ আৰু ফৰাচী ভাষাও অলপ জানিছিল। সাধাৰণৰ বিশ্বাস, ছেকৃছপীয়েৰে একো শিক্ষা নাপাইছিল। এই কথা সঁচা নহয়। সেই যুগত বিলাতৰ গাৱঁলীয়া অঞ্চলৰ ডাঙৰীয়াসকলে ইটালীৰ ৰেনাছাঁচ আদৰ্শত শিক্ষিত শিল্পী কাম কৰাবৰ কাৰণে নিমন্ত্ৰণ কৰি নিছিল আৰু সেই নিমন্ত্ৰিত লোকসকলৰ যোগেদি মফঃস্বলৰ অলপীয়া শিক্ষা পোৱা মানুহেও ইটালী আৰু মহাদেশীয় ভাষা-সংস্কৃতিত অলপ অচৰপ জ্ঞান লাভ কৰিবৰ সুবিধা পাইছিল। তেতিয়ালৈকে ৰ'মৰপৰা বিচ্ছিন্ন নোহোৱা গৃহস্থী আৰু উদাসীন যাজকসকলেও ইংৰাজ লোকক ভালেখিনি শিক্ষা যোগাব পাৰিছিল। প্ৰতিভাধৰ ছেকছপীয়েৰে এনে সুবিধাবোৰ ব্যৱহাৰত লগাব পাৰিছিল। প্ৰস্পেৰৰ দৰে যাদুশক্তিৰ প্ৰভাৱত ( Potent art ) কবিয়ে বুদ্ধিগ্ৰাহ্য আৰু ইন্দ্ৰিয়গ্ৰাহ্য অভিজ্ঞতাক অনুপম কাব্যলৈ ৰূপান্তৰিত কৰে।

গাৱঁলীয়া সমাজৰ অকৃত্ৰিম মানুহৰ লগত সক কালৰপৰা হোৱা ঘনিষ্ঠতা কবিৰ পক্ষে বৰ সহায়ক হৈছিল ; ৰজা-মন্ত্ৰী, ডা-ডাঙৰীয়া বা ওপৰ শ্ৰেণীৰ লোকৰ দুৰ্বলতা সাধাৰণ মানুহৰ ভিতৰতো থাকে—মানব চৰিত্ৰৰ জাত আৰু শ্ৰেণী নাই। নগৰীয়া আৰু উচ্চ শ্ৰেণীৰ লোকে নিজৰ চৰিত্ৰ লুকাই ৰাখে, হোজা গাৱঁলীয়া চহাই প্ৰায় ঢাকিব নোৱাৰে বা নোখোজে। ল'ৰাকালৰে পৰা কবিয়ে মতা-তিৰোতাৰ বিচিত্ৰ চৰিত্ৰৰ মুখামুখি হোৱা সুযোগ পালে। তেওঁৰ জন্ম ঠাই এখন গাওঁ গছ-গছনি, চৰাই-চিৰিকতি, নৈ-হাবি আদিৰে ভৰা।

সকতে কুমজেলেকুৱাৰ গতিৰে স্কুলৰ ফালে যাওঁ-নাযাওঁকৈ যাওঁতে চৰাই-

চিৰিকতি, জিলি-জিঞাৰ মাত শুনি হাবিয়নীয়া বাটত বৈ বৈ গৈছিল আৰু আজৰি পৰত আকাশৰ তলত প্ৰকৃতিৰ সৌন্দৰ্য সমাৰোহৰ মাজত কাল কটাইছিল। এনে অভিজ্ঞতাৰ ফল তেওঁৰ সকলোৱে জনা গীতটি—

Under the greenwood tree,
whos loves to lie with me
And turno his merry note
unto the sweet bird's throat,
Come hither come hither, Come hither.

(As you like it)

তেওঁৰ আৰু এটি বিহু-সুৰীয়া গীত শুনোঁহক—

When daffodils begin to peer,
With heigh ! the doxy over the dale,
Why, then comes in the sweet of the year ;
for the red blood reigns in the winter's pale.
The white sheet bleaching on the hedge
With heigh ! the sweet birds, of how thy sing ?
Doth set my pugging took on edge,
for a quart of ale is dish for a king.
The lark that tirra lirra chants
With heigh ! with heigh ! the thrush and the jay,
Are summer songs for me and my aunts
While we lie tumbling on the hay.

(The Winter's Tale)

বসন্তকালৰ বৰ্ণনা কৰা আন এটি গীত—

When desires pled are violets blue
And lady—smocks all silver-white
And cuckoo-buds* ot yellow hue
Do paint the meadows with delight
The cuckoo then, on every tree

---

*চৰাইৰ নামৰ ফুল, যেনে—কেতেকী, কপৌ, ভাটৌ

Mocks married man ; for thus sings he,
Cuckoo ;
Cuckoo, Cuckoo, O word of fear,
Unpleasing to amarreed ear
(Love's Labours Lost)

বিহুসুৰীয়া আৰু এটি গীতে বোধকৰো আমনি নলগাব—

It was a lover and his lass
With a hey and a ho, and a hey nonino,
That over the green corn field did pass
In the spring time, the only pretty ring time,
When birds do sing, hey ding a ding, ding ;
Sweet lovers love the spring.
Between the acres of the rye
With a hey and a ho and a hey nonino,
These pretty country folks would lie.
In the spring time etc.
This carol they began that hour
With a hey and a ho, and a hey nonino,
How that a life was but a flower
In the spring time etc.
And therefor let the present time
With a hey, and a ho and a hey nonino ;
For love is crowned with the prime
In the spring time etc. (As You Like it).

ছেক্‌ছপীয়েৰৰ বৰ বিহুৱাৰ দলটোৰ কথাও পাঠকৰ মনলৈ আহে, সেই ফল্‌ষ্টাফৰ দলটোৰ কথা।

Do nothing but eat, and make good cheer,
And praise. God for the merry year,
When flesh is cheap and females dear,
And lusty lads roam here and there

So merrily
And ever among so merrily,
Fill the cup and let it come ;
I'll pledge you a mile to the bottom
(Henry IV-2).

দ্ৰাক্ষা দেৱতাৰ এই বন্দনা ছেক্‌ছপীয়েৰৰ ট্ৰেজেডিতো মাজে মাজে ভুমুকি মাৰিছে।

And let me the canakin clink, clink ;
And let me the canakin clink !
A soldier's a man,
And life's but a span ;
Why, then let a soldier drink. (Othello)

ট্ৰেজেডিৰ ভয় আৰু আশংকাৰ আন্ধাৰৰ মাজতো কেতিয়াবা স্বাভাৱিক জীৱনৰ সুৰ শুনিবলৈ পায়।

Banquo. This guest of summer
The temple-haunting martlet, does approve
By his loved mansionry that the heaven's breath
Smells wooingly here : no jutty, frieze
Buttress, nor coign of vantage, but this bird
Hath made his pendent bed and procreant cradle ;
Where thy most breed and haunt, I have observed
The air is delicate (Macbeth)

সমাজৰ শাসন-শৃঙ্খলাৰ কথা ছেক্‌ছপীয়েৰে পাহৰা নাই ; কিন্তু Troilus and Cressida-ৰ Ulysses-এৰ মুখত দিয়া বচন—

Take but degree away, untune that string,
And hark what discord follows

—এই মত ছেক্‌ছপীয়েৰৰ নিজৰ মত বুলি ধৰিব পাৰি। Taming of the Shrew-ৰ শেষত কেথাৰিনৰ মুখেদি ওলোৱা স্ত্ৰী-পুৰুষৰ সম্পৰ্কৰ কথা নাট্যকাৰৰ নিজৰ কথা যেন লাগে।

I am ashamed that women are so simple

To offer war where they should kneel for peace.

নাটকত নাট্যকাৰক বিচাৰি উলিওৱা সহজ নহ'লেও কব পাৰি 'কিং লিএৰ'-অত Edgar-এ কোৱা

Men must endure

Their going hence even as their coming hither

Ripeness is all.

ছেক্‌ছপীয়েৰৰ নিজৰ কথাই। জনম-মৰণৰ ক্লেশ সহিবই লাগিব মানুহে। শক্তিমতী কল্পনা আৰু অজস্ৰ শব্দ-সম্পদৰ গৰাকী কবিয়ে জীৱনৰ অভিজ্ঞতা-বোৰৰ কাব্যৰূপ দিছে। তেওঁৰ ধাৰণা এইটোৱেই –

What fools these mortals be !

মানুহবোৰ কি যে মূৰ্খ ! এয়ে পৰম তত্ত্ব।

## কামৰূপী কামাখ্যা মাও

জৰা-ফুকা কৰা বেজৰ মুখত সদায় কামৰূপী কামাখ্যাৰ নাম। ৰোগীৰ দেহ-বৃক্ষ এৰি যাবলৈ বেজে কামাখ্যা গোসাঁনীৰ দোহাই দিয়ে, বধ-শপত দিয়ে। কামাখ্যা অৰ্থাৎ গোসাঁনীৰ বেলেগ বেলেগ ৰূপ।

পুথিৰ পাততো গোসাঁনী, বিশেষকৈ জৰা-ফুকা মন্ত্ৰ-পুথিত। শাসনাৱলীৰ তামৰ ফলিৰ পাঠতো গোসাঁনী।

জয়ে জয়ে মন্ত্ৰৰ পুথিকে মেলি চাওঁহক। পক্ষীৰাজ মন্ত্ৰ। ব্ৰহ্মাৰ সৃষ্টিৰ কালত এক পক্ষী উপজিল, তাৰ বিশ্বগ্ৰাসী ক্ষুধা। গৰুড়তকৈও উগ্ৰ। চন্দ্ৰ-সূৰ্য আদি দেৱতাসকল পক্ষীৰাজৰ হাতৰ পৰা সাৰিব পৰা নাই। কৈলাসলৈ গ'ল। তাত পাৰ্বতীক গিলি থলে।

তেবে পক্ষীৰাজ কৈলাসে গৈলা।
কৈলাস সহিতে বান্ধিবে লৈলা॥
পাৰ্বতী আছে তাহান ঠাই।
তাঙ্ক পক্ষীৰাজে পেলাইলা খাই॥

পক্ষীৰাজ যমৰ ওচৰ পালেগৈ।

যমে বোলে শুনা পখি ৰাই।
কি কাৰ্যে আসিলা আমাৰ ঠাই॥
কি কাৰ্যে আসিলো সি কাৰ্য কওঁ।
তোমাৰ দূতক বান্ধিয়া থওঁ।
.. ... ... ...
... ... ... ...
যমে বোলে মই কি কাৰ্য কৰো।
তোমাৰ বান্ধত সমূলি মৰো॥
বান্ধো হাত, বান্ধো বাত।
বান্ধিলো যমৰ দূত কৰিলো বন্দী॥
ন পাইলা যমে পলাইবাৰ সন্ধি॥

দেৱতাক এইদৰে পৰাস্ত কৰি পখিৰাজ কালিকাৰ ওচৰ পালেগৈ। এই কালিকা বেলেগ, পাৰ্বতী নহয়।

তেখনে গৈলা কালিকাৰ ঘৰ।
কালিকায়ে আছে দুই শাখা পিন্ধি।
তেখনে কালিকাক পেলাইয়া বান্ধি।
বান্ধ পাই কালিকাই আচম্ভ চাই।
কিমুক বান্ধিলা আমাক পাই॥
শুনিয়া পথিৰ ক্ৰোধিত মন।
বসিবা তেখনে দিলা আসন॥
দুই গোট চক্ষু জলে অগনি সমান।
ঠোট গোট জলে যেন হিঙ্গুল প্ৰমাণ॥
দুই খান পাখি আকাশ মণ্ডলে,
বজ্ৰ নখৰ ঘাৱে বসুমতী ফালে।

কালিকাই ভয় খাই তেওঁৰ অধীনত থকা দেৱতাবোৰ আনি পথিৰাজক চমজাই দিলে।

এইবোৰ মন্ত্ৰ মাতি বেজে জৰা-ফুকা কৰা সৰু কালত শুনিছোঁ। দেৱতা-অপদেৱতাই মানুহক বেমাৰ-আজাৰ দি টিপিল-ঘিলাই ফুৰে। এই দেৱতা দলৰ ওপৰতো আৰু এটা শক্তি আছে সেই কথা জানি-শুনি বুকু ডাঠ হয়। বেজ-কবিয়ে গোসাঁই-গোসাঁনী কাকো এৰা নাই। বিহলঙ্গনিৰে জাৰোতে বা কাচিৰে পানী কাটোতে বেজৰ মুখত ফুটা ছন্দ আমাৰ ছন্দ-শিল্পৰ গবেষকসকলে শুনিব-লগীয়া। মন্ত্ৰৰ কাব্যৰ দিশটোও উলাই কৰিবলগীয়া নহয়।

আৰু এখন মন্ত্ৰৰ পুথি। তাত আছে, বেতাল চণ্ডীৰ পুত্ৰই বাৰ বছৰ কঠোৰ তপস্যা কৰিলে।

তুষ্ট হয়া মহাদেৱে দিলা ইষ্টবৰ
নাট হন্তে জন্মিবি কৈলাস শিখৰ।
চৌ মোখা বাট।
তাতে দেবী পাতিলা নাট (নৃত্য)।

নাচন্তে নাচন্তে উঠিল ধূলি। দেবী লৈলা বাম হাতে কোচে তুলি। সেহি ধূলিত কালধূমা উতপতি বুলি। হাতত অগনি ডিণ্ডিত কদ্ৰাক্ষ কান্ধত ঝুলি।

দেবীয়ে নাচোতে উৰা ধূলিৰ দুটামান কাপোৰত লাগি আছিল, তাৰ পৰা চোৰ-ডকাইত উপজিল।

জৰ-নৰীয়া, মহ-ডাঁহ, চোৰ-ডকাইত, অসুৰ-দানৱ এইবোৰ দেৱতাৰ বৰতেই ওপজে।

কাৰ্তিক-গণেশৰ ৰূপ দেখি যক্ষই লজ্জিলে। মুখ লাগিল। তেতিয়া পাৰ্বতীয়ে সৰিয়হ বাটি তেল উলিয়ালে। সেই তেল জাৰি গাত ঘঁহি দিয়াত গণেশ-কাৰ্তিকৰ গাৰ যক্ষ আঁতৰিল। পাৰ্বতীৰ ল'ৰাৰ গাত যেতিয়া যক্ষই লজ্জিব পাৰে, সাধাৰণ নৰ-মনিচৰ কি কথা?

বেজে কেতিয়াবা দুৰ্গা-ভবানীৰ শপত দিছে। বিৰাক খেদাব লাগে।

নাভি কুণ্ডলী দেৱী ভবানীৰ শপত।
মোৰ বচন স্থহি দুৰ্গাদেৱীৰ ডাক।
মেলিলো আঠ বিৰা অন্তৰি যাক।

দেৱীৰ আঞ্চোল মহাদেৱৰ জ'ট। এহি ঔষধে মাৰিলো ছাটি। অন্ধকাৰ কৰিলো তোৰ দিন কি ৰাতি। দুৰ্গাৰ শপত, ব্ৰহ্মাৰ নাগপাশ। মহাদেৱৰ জ'ট, দেৱীৰ তলপ।

আৰু এখন খেতৰ খেদোৱা মন্ত্ৰ-পুথি। মহাদেৱৰ বৰ পাই এক খেতৰ কৈলাসত আছিল।

এক দিনা পাৰ্বতীৰ দিব্য ৰূপ দেখিলন্ত পাছে।
কাম ভাৱে মোহ হুয়া মুখ চাই আছে।
ইঙ্গিতে জানিলা দেৱী জগতৰ মাৱ।
মহাক্ৰোদ্ধ মনে দিলে চণ্ড শাপ।
নাথাকিবি দুৰাচাৰ মৰ্ত্তাক লাগি জাক।
চন্দ্ৰ দিবাকাৰ তোৰ নোহোক গৃহবাস।

পাৰ্বতীলৈ কামভাৱেৰে চোৱাত খেতৰৰ পুণ্য ক্ষীণ হৈ মৰ্ত্ত্য লোকলৈ নামি আহিল। চিৰকাল তাৰ গৃহবাসো নহ'ব।

মন্ত্ৰ-পুথিৰ কবিয়ে ব্ৰহ্মা-বিষ্ণু-ৰুদ্ৰৰপৰা আৰম্ভ কৰি অপদেৱতা-ভূত-পিশাচলৈকে সকলো একে ঠাইতে সামৰি লৈছে। কাব্যৰ দিশটোও অধ্যয়নৰ যোগ্য।

হৰিবৰ বিপ্ৰই কোৱামতে 'দুৰ্লভ নাৰাণে' কামাখ্যা গোসাঁনীৰ বৰ পাইছিল। কমতা কামাখ্যা অনুগৃহীত ৰাজ্য।

মাধৱদেৱৰ ৰচনা বুলি প্ৰকাশ পোৱা আদিকাণ্ড ৰামায়ণত অহল্যাৰ কাহিনীটো অলপ বেলেগকৈ আছে। দেৱৰাজ ইন্দ্ৰই গৌতমৰ বেশ ধৰি গৌতম-পত্নী অহল্যাৰ সতীত্ব হৰণ কৰাত দেৱৰাজ ঋষিৰ শাপত পৰিল। সমাজত কেনেকৈ মুখ উলিয়াব? শাৰীৰিক বিকৃতি আৰু মানসিক অপমান

দুয়োটাৰে জলা-পোৰাত তৰঁনি নেপাই পদুমণিৰ পানীৰ মাজত সোমাই আছিল। শচী দেবীয়ে স্বামীৰ বাতৰি নাপাই দেৱগুৰু বৃহস্পতিৰ কাষলৈ যোৱাত বৃহস্পতিয়ে সকলো কথা কৈ শচীক দুৰ্গা দেবীৰ আৰধানা কৰিবলৈ উপদেশ দিলে। সেই মতে কাম কৰি শচীয়ে পুনৰ পূৰ্বৰ স্বাস্থ্যসম্পন্ন পতিদেৱতাক লাভ কৰিলে।

আদিকাণ্ডত থকা এইখিনি কথা মাধৱদেৱৰ নিজা ৰচনাই নে কাৰোবাৰ প্ৰক্ষেপেই, ক'ব নোৱাৰি। আমি ম'ধৱদেৱৰ ৰচিত বুলি যি আদিকাণ্ড পাইছো খুব সম্ভৱ ইযাৰ গোটেইখিনি মাধৱদেৱৰ নহয়। ইযাত মাধৱ কন্দলিৰ নষ্ট হ'ল বুলি ওলোৱা আদিকাণ্ডৰ কিছু অংশও থাকিব পাৰে। শচী দেবীৰ দুৰ্গা আৰাধনাৰ কথাটো মাধৱ কন্দলিৰ যেন লাগে, নাইবা কোনো শাক্ত সম্প্ৰদায়ৰ কবিয়ে যোগ দিব পাৰে। আদিকাণ্ডৰ আমি পোৱা ভালেখিনি পদ মাধবদেৱৰ অন্য ৰচনাতো দেখা যায়, সেইখিনি মাধৱদেৱৰ ৰচনা বুলি ক'ব লাগিব। ৰামায়ণৰ ৰচনাত কিমান হাতৰ কিমান কাপৰ পদ সোমাই আছে, কোনে ক'ব ?

মাধৱ কন্দলিৰ ৰচনাত অষ্টমীৰ বলিৰ কথা আছেই, তাৰ উপৰিও শাক্ত-গন্ধী উপমাও আছে।

শঙ্কৰৰ পাশে যেন দুৰ্গা দেবী যান্তি।
কৈলাসত দীপিতি কৰন্ত যেন চণ্ডী।
নাৰায়ণ পাশে যেন লক্ষ্মী দেবী।
হৰৰ কোলাত চণ্ডী।

ৰাম সৰস্বতীৰ বঘাসুৰ-বধ কাব্যত দেখা যায়, দুৰ্গা দেবীয়ে অদ্ভুত যোগিনী বেশত বনবাস কালত দ্ৰৌপদীক অকলে দেখা দিছে আৰু বনবাসত ঘটিব পৰা আপদ উদ্ধাৰৰ আশ্বাস দিছে। মূল ভাৰতত এই কথা নাই। কবিৰ নিজা। ৰাম সৰস্বতীয়ে বনপৰ্বৰ অন্তৰ্গত ব্যঞ্জন পৰ্বত মহিষাসুৰৰ কথা প্ৰক্ষেপ কৰিছে আৰু অৰ্জুনৰ হাতত মহিষাসুৰৰ পৰাভৱ দেখুৱাইছে। মহিষাসুৰ পাপ আৰু পৰপীড়নৰ প্ৰতীক। মহিষাসুৰ বধ বিষয়টোৱে পুৰাণকাৰ আৰু শিল্পীসকলৰ হাতত নানা ৰূপ লাভ কৰিছে। ৰাম সৰস্বতী বৈষ্ণৱ কবি হ'লেও তেওঁৰ মাধৱ কন্দলিৰ লগত ভালেখিনি মিল আছে। দুয়োজনে যেন এটা ৰচনা-ঐতিহ্যৰ বাহক। বিশেষ সম্প্ৰদায়ৰ কাৰণে যেন তেওঁলোকে ৰচনা কৰা নাই।

ৰাম সৰস্বতী গোষ্ঠীৰ আন এগৰাকী কবি কংসাৰিয়ে বিৰাট পৰ্বত জয় জয়ে কৃষ্ণক বন্দনা কৰি তাৰ পাছতে :

নমো কুলদেৱী কালিকাৰ দুই পায়।
বিস্তাৰ বদনী সংসাৰৰ তুমি মায় ॥
গ্ৰীয়ে নৰমুণ্ড মালা মৃতকবাহিনী।
হুয়ো সুপ্ৰসন্ন মায় জগতজননী ॥

বিৰাট ৰজাৰ কুমাৰে ৰণ জয় কৰি উভতি অহাত ৰজাই কালীপূজা কৰিছে ৰাজকীয় আড়ম্বৰেৰে।

ৰণচণ্ডী গোসানীক পূজিবে নাপায়।
মহিষ ছাগল বলি আনা দধি-ঘৃত ॥
কালী দেৱী পূজন্তোক গুৰু পুৰোহিত,
ৰূপৱতী নটী নট সমস্তো কাছোক।
জঞ্জিৰি মহৰি বাই আগত নাচোক।

ভূমি-দান সম্পৰ্কীয় শাসনাৱলীতো 'অৰ্দ্ধ যুবতীশ্বৰ' বা অৰ্দ্ধনাৰীশ্বৰৰ বন্দনা আছে। এখন তামৰ ফলিৰ প্ৰথম শ্লোকত শিৱ-পাৰ্বতীৰ পাশাখেলৰ কথা আছে। ভগুৰা অজলা শিৱ হাৰিছে; পাৰ্বতীয়ে তেওঁৰ খট্বাঙ্গ, পৰশু, বৃষ, শশিকলা ওভোতাই দিছে; জটাত লুকাই থকা জাহ্নবীক কিন্তু পাৰ্বতীয়ে নিজৰ সেৱাৰ কাৰণে ৰাখিছে। পাৰ্বতী যোৰহাটৰ নেকি? দেৱতা হ'লেও সতিনীৰ ক্ষোভ ক'লৈ যাব?

———

## জনগীত আৰু বনগীতৰ আঁতি-গুৰি সম্পৰ্কে

সংস্কৃত সাহিত্য ৰাজসভা আৰু পণ্ডিত সমাজৰ সাহিত্য; ইয়াত সাধাৰণ লোকজীৱনৰ সৰল অনাড়ম্বৰ প্ৰকাশ দেখিবলৈ আশা কৰিব নোৱাৰি। প্ৰাকৃতত ৰচনা কৰা সাহিত্যই কিছু পৰিমাণে জনজীৱনৰ চিত্ৰ আঁকিছে। প্ৰাকৃত যদিও জনসাধাৰণৰ ভাষা, তথাপি প্ৰাকৃতত ৰচিত সাহিত্য গোটেইখিনি লোক সাহিত্য বুলি কব নোৱাৰি। প্ৰাকৃত সাহিত্যত পণ্ডিতলোকৰ হাত লাগিল, প্ৰাকৃত সাহিত্যই পণ্ডিতীয়া বা সংস্কৃতীয়া স্বভাৱ ললে। প্ৰাকৃত সাহিত্যৰ পৰিধি ঠেক। ইয়াত পুৰণি ভাৰতৰ গণসাহিত্যৰ প্ৰকৃত ৰূপ নাথাকিলেও সেইকালৰ লোক-সাহিত্যৰ অলপ আভাস ইয়াৰ যোগেদি পাব পাৰি। স্বতন্ত্ৰীয়া হৈ যি প্ৰাকৃত-সাহিত্য প্ৰজা সাধাৰণৰ অন্তৰৰপৰা ওলাইছিল সেই সাহিত্যৰ নিদৰ্শন তুলনামূলকভাৱে নাহি।

অতি পুৰণি কালৰপৰাই নাটক ৰচনা কৰিবৰ কাৰণে আৰু নাটকত বিচিত্ৰতা সৃষ্টি কৰিবলৈ সংস্কৃত নাটকৰ কোনো কোনো পাত্ৰ-পাত্ৰীৰ মুখত প্ৰাকৃত ভাষাৰ বচন দিয়াৰ নিয়ম, এই নাটবোৰত বিভিন্ন আঞ্চলিক প্ৰাকৃত আৰু অপভ্ৰংশৰ নিদৰ্শন আছে।

বেদৰ মাজত সোমাই থকা মোহনী বাণ ( love spell, sex incantation ) আৰু যুদ্ধৰ গীতবোৰ মূলতে প্ৰাকৃতৰপৰা অহা বুলি ভাবিব পাৰি। বৌদ্ধ সাহিত্যৰ অ'ত-ত'ত থকা প্ৰণয়গীতি আৰু জৈন সাহিত্যত থকা তেনে ধৰণৰ সংসাৰ-ধৰ্মী বা বিষয়-ধৰ্মী গীতি লোক-সাহিত্যৰপৰা পোৱা বৰঙণি।

বৈয়াকৰণ পতঞ্জলিয়ে ৰচনা কৰা বুলি বিখ্যাত সৰু প্ৰণয়গীত এটাৰ কথা হ'ল এনে :

—হে শোভনাঙ্গি, দৃঢ় আলিঙ্গন ঢিলাই দিয়া, নৱমিলন-ভীৰু কান্তক এৰি দিয়া—পুবে ধলফাট দিছে। কুকুৰায়ো ডাক দিছে—'সংপ্ৰবদন্তি কুক্কুটাঃ'।

এনে গীত নিশ্চয় জনসাধাৰণৰ ভাষাতে প্ৰথমে লেখা হৈছিল, পাছত সংস্কৃতীয়া ৰূপলৈ আহিল। লোকগীতৰ এই কুকুৰাৰ কথা হালৰ সপ্তশতীৰ মাজেদি বাগৰি আহি বৈষ্ণৱ সাহিত্যৰ গীত-নাট-পদতো দেখা দিছে।

কুকুৰা আৰায় কৰে তাকো পাৰে গালি।
নিশাকো কোপত শপে এখনে পুহালি॥ (দশম ১৫৩৮)

কুকুৰা আবায় কবে জানি ৰজনীশেষ।
তাহাক শপয় পুত্ৰমাথে। (কেলিগোপাল)

প্ৰেমিক-প্ৰেমিকাৰ ৰসভঙ্গকৰা কুকুৰাৰ গালৈ খণ্ডত সৰণখেৰ দলিয়াই দিয়া কথাটো বনগীতৰপৰা বৈষ্ণৱগীতলৈ প্ৰব্ৰজন কৰা একো অসম্ভৱ নহয়।

প্ৰাকৃত গীতি কবিতাৰ ছন্দ সাধাৰণতে আৰ্যা সুললিত গীতৰ ছন্দ। এই ছন্দটি প্ৰাকৃতৰপৰাই সংস্কৃত কাব্যত সোমাল বুলি পণ্ডিতসকলে অনুমান কৰে। এই ছন্দত ৰচিত শকুন্তলা নাটকত থকা প্ৰাকৃত গীত এটালৈ চাওঁহক। গীতটি শকুন্তলাইহঁনথেৰে পদুম-পাতত দুষ্যন্তলৈ লেখা পত্ৰ-কবিতা (epistolary lyric)। ইয়াৰ অসমীয়া কৰিলে এনেকুৱা হয়--

—হৈ নিৰ্দয়া, তোমাৰ হৃদয়ত কি আছে কব নোৱাৰোঁ, কিন্তু মোৰ হলে মনটো তোমাহঁতই সোমাই আছে আৰু দিনে-নিশাই অবিৰাম কামাগ্নিয়ে দেহাটো দহি আছে।

তুঝম ন আণে হিঅ অং মম উণ মঅনো দিবা অ ৰত্তিং অ।
নিক্কিৰ দাবই বলি অং তুহ হৰ্‌ত্ত মনোৰহাই অঙ্গাই॥

পদুমপাতত প্ৰণয়পত্ৰ লেখা সম্পৰ্কত আমাৰ আয়তীসকলে বিয়াৰ জোৰোণত গোৱা নামৰ লগত ৰিজাই চাব পাৰি—

পাণত পত্ৰ লেখি দিলাহে আইদেউ ..

কালিদাসৰ বিক্ৰমোৰ্ব্বশীয় নাটকতো শকুন্তলাই ৰচনা কৰা গীতৰ দৰে এটি পত্ৰকবিতা আছে—এই মদনলেখা কবিতা হ'ল নায়িকা উৰ্বশীয়ে পুৰুৰবাৰ প্ৰতি পূৰ্বৰাগ সূচনা কৰা গীত-কবিতা। শকুন্তলা নাটকৰ প্ৰস্তাৱনাতো এটি গীত নটীয়ে গাইছে—

খন চুম্বি আই ভমৰেহি উঅহ সুউমাৰ কেসৰ সিহাই।
অবঅংসঅন্তি সদঅং শিৰীষ কুসুমাই পমআও॥

শিৰীষফুলৰ সুকুমাৰ কেশৰৰ আগটিহঁত ভোমোৰাই লাহেকৈ চুমা খাই গৈছে; সেই ফুলকে দয়াশীলা প্ৰমদাসকলে আলফুলকৈ ছিঙি নৈ কাণত পিন্ধিছে।

প্ৰাকৃতত ৰচিত কিছুমান ধ্ৰুবাগীতৰ উদাহৰণ ভৰতৰ নাট্যশাস্ত্ৰত দিছে। এইবোৰ নাটকত ব্যৱহাৰ কৰা গীত। এইবোৰ প্ৰাকৃতত ৰচিত গীতৰ প্ৰাচীনতম নিদৰ্শন বুলি পণ্ডিতলোকে কয়। তাৰ দুটিৰ অসমীয়া ৰূপ এনে—

—তোৰ ধুনীয়া মুখখনিয়ে আৰু মণিমুকুতাৰ দৰে জলমলাই থকা চকুযুৰিয়ে মোৰ গাত গোসাই নোহোৱা কৰিলে।

—নিশা হ'লে যি কৈঁচাৰ মাতত বুকু কঁপে, পুৱা হ'লে কাউৰীৰ খেদাত নিজৰ খোৰোঙত সোমাবলৈ সেই কৈঁচা বপুৰাৰ তং হেৰায়।

পণ্ডিতসকলৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰা কবিতাৰ কলি এটা, প্ৰাকৃতত ৰচিত অতি প্ৰাচীন কবিতাৰ নিদৰ্শন বুলি কয়—

সুতনুকা নামে দেৱদাসী,
তেওঁক ভালপাইছে বাৰাণসীৰ
দেৱদত্ত বোলা ৰূপদক্ষই। (অসমীয়া অনুবাদ)

ৰামায়ণত ৰামৰ সীতা অন্বেষণ আৰু ভাগৱতত গোপিনীসকলৰ কৃষ্ণ অন্বেষণৰ কথাৰ লগত প্ৰাকৃতত ৰচিত লোকগীতসমূহৰ সাদৃশ্য মনকৰিবলগীয়া—

—পখি, তোমাক সাদৰ অভ্যৰ্থনা জনাইছো। কোৱাচোন, তুমি বনত ভ্ৰমি ফুৰোতে মোৰ প্ৰিয়তমাক লগ পাইছিলানে?

—তোমাক বিচাৰি অৰণ্যত ঘূৰি ফুৰোতে ম'ৰা চৰাই, কুলি, হাঁহ, ভোমোৰা, হাতী, হৰিণাপহুক বাৰে বাৰে বাতৰি সুধিছো।

এই গীত কালিদাসৰ বিক্ৰমোৰ্ব্বশীয় নাটকৰ মাজত আছে। জনসাধাৰণৰ মনোৰঞ্জনৰ কাৰণে সেই কালৰ নাটকত মাজে মাজে প্ৰাকৃত লোকগীতৰ অৱতাৰণা কৰা হৈছিল যেন লাগে। অৱশ্যে অভিনয়ৰ দৰ্শকসকলৰ মাজত সৰ্বসাধাৰণ প্ৰাকৃত লোক কিমান উপস্থিত থাকে, সিও এটা কথা।

প্ৰাক্-কালিদাসীয় নাট্যকাৰ ভাসৰ এখন নাটত এটি গ্ৰাম্য চৰিত্ৰৰ মুখেদি ওলোৱা দুশাৰি কবিতাৰ অসমীয়া ভাঙনি কৰিলে এনে হয়

—মদ খাই বলিয়া হোৱাবোৰ ধন্য, যাৰ গা মদেৰে তিতি থাকে সিও ধন্য; মদেৰে গা ধোৱা মদাহীও ধন্য, মদ খাই যি আকৌ জ্ঞান পায় সিও ধন্য ধন্য।

ছেক্সপীয়েৰৰ 'অথেল' নাটকৰ (২য় অঙ্ক, ৩য় দৃশ্য) সৈনিকৰ সুৰাপ্ৰশস্তি আৰু ছেক্সপীয়েৰৰে এণ্টনি-ক্লিঅ'পেট্ৰা নাটৰ (২য় অঙ্ক, ৭ম দৃশ্য) এন'বাৰ্বাছৰ পানগীত ইয়াৰ লগত তুলনা কৰিব পাৰি।

মৃচ্ছকটিক নাটৰ এটা মূৰ্খ চৰিত্ৰৰ মুখত নাট্যকাৰে দিয়া প্ৰাকৃত কবিতা এটাৰ ভাঙনি—

—(বসন্তসেনাৰ প্ৰতি) তয়ে মোৰ কামপীড়া বৃদ্ধি কৰিলি; নিশা শেতেলীত কেৱল পৰিহে থাকো, চকুত টোপনি বুলিবলৈ নাই। এতিয়া আকৌ তই মোৰ হাতৰ মুঠিৰপৰাই ৰাৱণৰ ভয়ত কুন্তী পলোৱাদি পলাইছ।

ক'ৰ কুন্তী, ক'ৰ ৰাৱণ!

খ্ৰীষ্টীয় দশম শতাব্দীমানত ৰচিত ৰাজশেখৰৰ কৰ্পূৰমঞ্জৰী নাট সম্পূৰ্ণ প্ৰাকৃতত লেখা। সেই নাটৰ ভৈৰৱানন্দ বোলা চৰিত্ৰৰ মুখত দিয়া দুটি শ্লোকৰ ভাঙনি কৰিলে এনেকুৱা হয়—

—ধ্যান-ধাৰণা, বেদ-পাঠ, পূজা-হোম, জপ-যজ্ঞ এইবোৰে মোক্ষ দিব পাৰে বুলি ব্ৰহ্মা-বিষ্ণু আদি দেৱতাসকলে কয়। গৌৰীনাথেহে মাথো কয় বোলে মকাৰৰ সহায়তহে মুক্তি।

—ৰাজচক্ৰৱৰ্তীৰ পদ্মেশ্বৰীয়েই হওক বা ঘৰে ঘোৰা খৰিভাৰীৰ গৃহিণীয়েই হওক, প্ৰেম-প্ৰীতিৰ পিনৰ পৰা দুয়োৰে মাজত তিলমাত্ৰ প্ৰভেদ নাই। প্ৰভেদটো কৰে সাজ-পাৰ আৰু গহনা-গাঁঠৰিয়েহে। (এণ্টনি-ক্লিঅ'পেট্ৰা নাটৰ শেষৰ ফালে ক্লিঅ'পেট্ৰাৰ উক্তি তুলনীয়)।

প্ৰাকৃত মহাকাব্যৰ ভিতৰত বাকৃপতিৰাজৰ 'গৌৰবধ' কাব্যত সেই কালৰ গ্ৰাম্য জীৱনৰ ছবি দুই-চাৰিটা পোৱা যায়। সংস্কৃত সাহিত্যত এই জাতীয় বৰ্ণনা বিৰল। ৰঘুবংশৰ প্ৰথম সৰ্গত (৪৫) আশ্ৰমলৈ যাওঁতে ৰজাক বাটতে দেখা কৰিবলৈ অহা গাৱঁলীয়া গুৱালৰ উল্লেখ আছে আৰু সেই মহাকাব্যতে (৪।২০) পথাৰত ধানৰখীয়া ছোৱালীয়ে ৰজাৰ গুণ-গৰিমা বৰ্ণাই গোৱা গীতৰো কথা আছে। কুমাৰসম্ভৱত উল্লেখ কৰা শিৱৰ নাম নিশ্চয় কবিৰ কাণত প্ৰচলিত শিৱ বিষয়ক লোকগীতিয়েই হব। এই কালৰ আদিৰসাত্মক বৰ্ণনাও প্ৰাকৃতৰ ভাণ্ডাৰৰপৰাই হব যেন লাগে। কামৰূপ শাসনাৱলীৰ এখন শাসনৰ আৰম্ভতে থকা শিৱ-প্ৰশস্তিত বৰ্ণনা কৰা শিৱ-পাৰ্বতীৰ পাশাখেলৰ কথাও প্ৰাকৃতত ৰচিত শিৱ-পাৰ্বতী বিষয়ক লোকগীতিৰপৰাই অনা আচৰিত নহয়। পুৰাণত থকা খোৱাখুৱীৰ উপাখ্যানো শিৱৰ গৃহস্থালি সম্পৰ্কীয় প্ৰচলিত প্ৰাকৃত গীতৰেই অংশ।

ভাগৱতৰ দশমস্কন্ধত থকা গোবৰ্দ্ধন ধাৰণ প্ৰসঙ্গত কৃষ্ণৰ যি বীৰত্বগাথাৰ কথা আৰু ৰাসলীলা প্ৰসঙ্গত যি শৰৎ-কাবা কথা (১০।৩৩) আৰু অনঙ্গবৰ্দ্ধন গীতৰ (১০।২৯-৩০) কথা কোৱা হৈছে এইবিলাকো সেই যুগৰ কৃষ্ণ বিষয়ক প্ৰাকৃত গীতেই হব। ভাগৱতৰ বাহিৰে আন আন পুৰাণতো অনেক কাহিনী আছে সেইবোৰ পুৰাণকাৰে নিশ্চয় প্ৰাকৃতজনৰ মুখৰপৰা আনি সংস্কৃতলৈ ৰূপান্তৰিত কৰি লামৰি লৈছে। পুৰাণত থকা ৰাধাকৃষ্ণ আৰু হৰ-পাৰ্বতী সম্বন্ধীয় কাহিনীৰ ভালেখিনি প্ৰাকৃতৰপৰা অনা বুলি ভাবিবৰ কাৰণ আছে। কালিদাসে মহাভাৰতীয় শকুন্তলা কাহিনীত সংযোগ কৰা দুৰ্বাসাৰ অভিশাপ আৰু অভিজ্ঞান আঙঠিৰ কথা

পদ্মপুৰাণকাৰে কালিদাসৰপৰা নোলোৱাটোও হব পাৰে আৰু কালিদাসে যি প্ৰাকৃত ভাণ্ডাৰৰপৰা এইখিনি কথা গ্ৰহণ কৰিছে, পুৰাণকাৰেও সেই একে ঠাইৰপৰাই আহৰণ কৰিব পাৰে। নতুন কাহিনী সৃষ্টি নকৰিলেও পুৰণি প্ৰচলিত আৰু প্ৰাপ্ত-কাহিনী যথাস্থানত প্ৰয়োগ কৰা আৰু গ্ৰন্থিত কৰাতহে মহাকবিৰ প্ৰতিভা প্ৰকাশ পায়।

প্ৰাকৃত সাহিত্যৰ বিখ্যাত গ্ৰন্থ গাথা সপ্তশতী (গাহা সত্তসই)। এই কোশগ্ৰন্থ ৰজা হালৰ ৰচিত বুলি জনাজাত হ'লেও ইয়াৰ সাতশ' গীতৰ ভিতৰৰ ডুকুৰিমানহে হালৰ ৰচিত, বাকীবিলাক বিভিন্ন কবিৰ ৰচনা। এই এশমান কবিৰ ভিতৰত মহিলাও আছে। এই এন্থলজী বা সংগ্ৰহ গ্ৰন্থৰপৰাই বুজিব পাৰি এসময়ত প্ৰাকৃত ভাষাত এনে গীতিৰচনা ব্যাপকভাৱেই হৈছিল।

—অলঙ্কাৰযুক্ত কোটীগাথাৰ মাজৰ (অসংখ্য গীতৰ) সাতশ' হে হালে সংগ্ৰহ কৰিলে।

এই সপ্তশতী বোলা সংগ্ৰহত থকা গাথাসমূহ ঘাইকৈ আদিৰসাত্মক হ'লেও মাজে মাজে দুই-চাৰিটা নীতিমূলক ৰচনাও নোহোৱা নহয়। আমাৰ বিহুগীতৰ মাজতে দুই-এটা জীৱনৰ ক্ষণস্থায়িত্বসূচক শ্লোক পোৱা যায়। প্ৰাচীন ভাৰতীয় সাহিত্যত আদিৰসাত্মক গীত আৰু কাব্যৰ ধাৰা প্ৰাকৃতৰপৰাই অহা বুলি কব পাৰি। অৱশ্যে এই প্ৰাকৃত কথাটো বহলাই ধৰিব লাগিব। সপ্তশতীৰ এটি গীতত কৈছে—

অমিঅং পাউথ কব্বং পঢিউং সেউংঅ জন জানন্তি।
কামস্স তত্ততন্তিং কুণন্তি তে কহঁ ন লজ্জন্তি॥

—অমৃত সমান প্ৰাকৃত কাব্যৰ ৰস যি লোকে নাপায়, তেওঁলোকে কামতত্ত্বৰ বিচাৰ কৰিবলৈ লাজ পোৱা উচিত।

গাথা সপ্তশতীৰ বৈশিষ্ট্য দাঙি ধৰিবলৈ কেইটিমান বছা বছা গীতৰ ভাঙনি দিয়া হ'ল—

—যৌৱন হ'ল নৈৰ বাঢ়নী পানীৰ দৰে, দুদিন থাকি শুকাই যায়। এই দিনবোৰ ঘূৰি নাহে, ৰাতিও নাহে। অভিমান কৰি লাভ কিটো ?

—ঘৰৰ চালৰপৰা ওলমি থকা মকৰা জালত ওপৰলৈ মুখকৈ ঠেং দাঙি থকা মকৰাটোলৈ চোৱা। যেন বকুল ফুলহে এনাজৰীত ওলমি আছে।

—যি পথিকে হাবিত খৰিৰে আৰু গাঁৱত খেৰেৰে জুই ধৰি জাৰৰপৰা ৰক্ষা পায়, সেই মানুহ নগৰলৈ আহি জাৰত কেঁকোৰা লাগিছে।

—গা ধোওঁতে হাঁলধি সগা চুলিৰ জ'ট বাহৰ কাকৈৰে ভাঙি তুমি কোন ভাগ্যৱন্তক সুখী কৰিবা ?

—মগনিয়াৰে নায়িকাৰ গালৈ চাই আছে, নায়িকায়ো ভিক্ষা দিবলৈ পাহৰি মগনিয়াৰৰ মুখলৈ চাই আছে—মাজতে কাউৰীয়ে মগনিয়াৰক দিবলৈ বুলি অনা কোৰোকাৰপৰা চাউল খাই আধা কৰিলে।

—প্ৰিয়তমাৰ ধুনীয়া মুখখনি দেখাৰ কথাই নালাগে—সেই গাওঁখনৰ সীমাইদি গ'লেও সুখ লাগে।

ধুমুহা বতাহে ঘৰৰ চালৰ খেৰ উড়াই নিলে, বৰষুণ দিলেই ভিতৰত পানী। গৃহিণীগৰাকীয়ে স্বামীৰ প্ৰবাসৰপৰা ঘূৰি অহা বেৰত লেখি থোৱা দিনটো কোনোমতে বৰষুণে নোপোৱাকৈ ৰাখি থৈছে।

—জুই লাগি গোটেই গাঁওখন ভস্ম হৈ গ'ল। মোৰ হাতৰপৰা যে তেওঁ পানীৰ কলহটো লৈ গৈছিল (জুই নুমোৱাৰ চেষ্টাত), তাতেই মোৰ বুকুখন শাঁত পৰি গ'ল।

– মাঘমহীয়া জাৰতে ডেকাই গাত লোৱা কাপোৰখন বেচি পেলাইছে, তেহে হালৰ গৰু কিনি ঘৰ গৃহস্থি পাতি শ্যামলীৰ বুকুৰ উম পাবলৈ আশা কৰিব পাৰিব।

--সম্ভাৱ নাপালে জ্ঞানীলোক বশীভূত নহয়। গাখীৰৰ সলনি কাজি পানী দি বুঢ়াবোন্দাক কোনে ঠগিব ?

-এইখন গাঁৱত লোণ ক'ত পাবা ? যি পাইছা তাৰেই খোৱা। যি খাদ্যত স্নেহ নাই (ঘিউ প্ৰভৃতি) তাত লোণ সানিলেই বা কি লাভটো ?

—পথাৰৰ বোকাত হালবাই ক্লান্ত হৈ গিৰিয়েকে পাটীত পৰা মাত্ৰকে টোপনিত লাল-কাল দিলে। ঘৈণীয়েকে বাৰিষা কালটোকে শাও দিছে পাৰেমানে।

—জহকালি দুপৰীয়া হাবিত জিলিয়ে মাতিছে—যেন সূৰ্য্যৰ তাপ অসহ্য হোৱাত গছবোৰেহে বিলাপ কৰিছে।

—যি বোৱাৰীয়ে ঘৰৰ সকলোৰে ভাল-বেয়া, সুখ-দুখ বিচাৰ কৰি চলিব জানে, তেওঁহে প্ৰকৃততে গৃহিণী নামৰ যোগ্য। ইয়াৰ বিপৰীত আচৰণ কৰা জনী ঘৰভাঙ্গতী অমঙ্গলীয়া। (কালিদাসৰ বিখ্যাত শ্লোক তুলনীয়)

—দাঁত নেদেখুউৱাকৈ হাঁহিব, দুৱাৰদলী পাৰ হৈ নাযাব, ওপৰলৈ মূৰ নদঙাকৈ চাব। ভাল মানুহৰ জীয়ৰী-বোৱাৰীৰ এয়ে নিয়ম। (ডাকৰ বচন তুলনীয়)

—আনে মলিওৱা নাই, মলয়া বায়ু বোৱা নাই; কিন্তু মনটো কেনেবা কেনেবা কৰিছে—সেয়ে বসন্তৰ আগমনৰ চিন।

—কুলাখনো পুৰিলে, আথৈয়ো ফুটোৱা নহ'ল। তেৱোঁ গুচি গ'লগৈ। বুঢ়ী শাহুৱে ঘৰৰ ভিতৰত ভোৰ্‌ভোৰাই আছে।

—ম'হে শিং জোকাৰি দিয়াত ডিঙিত পৰি থকা ম'হবোৰ গায়ন গোৱাদি গাইছে।

—ঘৰৰ ছালে উকথে; পতিও প্ৰবাসী; গৃহিণীয়ে নিজে তিতি বুকুত কেঁচুৱাটো আবৰি ৰাখে। কিন্তু ইফালে যে কেঁচুৱাৰ গা মাকৰ চকুৰ লোৰে তিতি যায়।

—যি গাইৰ ওহাৰে গুৱালৰ হাত তিয়াবৰ জোখাৰেও এটোপা গাখীৰ নিদিয়ে সেই গায়ে এতিয়া একঁৰীয়া একঁৰীয়া গাখীৰ দিছে।

—ভোগোৰাই পকা ঔটেঙাৰ গোন্ধ পাই পদুম ফুল এৰি ঔটেঙাৰ ওচৰ প'লেহে আচল কথাটো ধৰিব পাৰে।

—নামতীসকলে দৰাৰ নাম উল্লেখ কৰি বিয়ানাম গাই থাকোতে কন্যাৰ গা ৰোমাঞ্চিত হৈ উঠে, নামকে শুনি থাকে।

—গাৱঁলীয়া বাট, মাজত অলপ বোকা, দুইফালে শুকাইছে--যেন লাহৰীৰ মূৰৰ সেওঁতাটোহে।

—পথাৰলৈ দুপৰীয়া হালোৱাৰ বাবে ভাত-পানী লৈ যোৱা গাভৰুক দেখি নতুন হালোৱাটোৱে যোঁতজৰীৰ সলনি গৰুৰ নাকীকে মেলি দিছে।

—কি দৈবৰ গতি! সেই কাব্যামোদী ৰসিক ডেকাই এতিয়া মনু-পৰাশৰ পঢ়িছে; ময়ো স্বামীৰ লগত ঘৰ-গৃহস্থি কৰিছো।

—মই হ'লে আৰু পথাৰত ধান ৰখিবলৈ যাব নোৱাৰোঁ, ভাটৌ চৰায়ে খালেও খাওক। (হতশ্ৰী হোৱা) বাটৰুৱাবোৰে কোন বাটে কলৈ যাব লাগে জানি শুনিও মোক বাটৰ কথা পেঁৰেনিয়াই থাকে।

হালৰ সপ্তশতীৰ বাহিৰে সেই যুগত প্ৰাকৃত আৰু অপভ্ৰংশত ৰচনা কৰা বহুত সৰু সৰু কবিতা আছে, ইয়াৰ ভালেখিনি বৌদ্ধ সহজীয়া গীত।

—ঘৰৰ ছালৰ ডাঠ ছাউনি, ফু মাৰিলে ভাত খাব পৰা ঘৰ, তৰুণী ভাৰ্য্যা অতি নম্ৰ, ধনে বস্তুৱে উত্তৈনদী—এইবোৰ থকা মানুহৰ পক্ষে বাৰিষা কালটো সুখৰ।

—মালভোগ কলৰ পাতত বাটি দিয়া ভাত ; গৰুৰ ঘিউ, লগতে ক্ষীৰ ; মোৰা মাছ ভজা, কচুঠোৰ পাতত দিয়া—কান্তাই দিয়ে, পুণ্যৱন্তই খায়।

—ওপৰত থকা তললৈ নামে, তলৰ বস্তু ওপৰলৈ যায় ; বিধিৰ বিধান ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ কোনেও গম নাপায়। (নীচৈর্গচ্ছত্যুপৰিদশা·····তুলনীয়)

—মানুহৰ আয়ুস এশ' বছৰ। তাৰে আধা ৰাতি। আধা হৰণ কৰে ল'ৰাকাল আৰু বুঢ়াকালে।

(মনুষ্যৰ আয়ু শত বৰিষ সংখ্যাত · প্ৰহ্লাদ চৰিত্ৰ)

—জুইত পোৰা, শিলত ঘঁহা আৰু কটা-ছিঙা কৰাত সোণৰ বেজাৰ নাই ; কেৱল লাটুমণি গুটি এফালে দি নিক্তিত জোখা কথাতহে বেজাৰ।

—সাগৰত ওপজা শঙ্খ আৰু শামুক অসংখ্য ; কিন্তু পাঞ্চজন্যৰ নিচিনা ধ্বনি কাৰো নাই।

প্ৰাকৃতত ৰচিত এই গীত কবিতাবোৰত পুৰণি ভাৰতৰ জন-জীৱনৰ বিভিন্ন চিত্ৰ দেখিবলৈ পায়। সাধাৰণ মানুহৰ সুখ-দুখৰ জীৱন যাত্ৰা, বেলেগ বেলেগ ঋতুত প্ৰকৃতিৰ বেলেগ বেলেগ ৰূপ, নানা জীৱ-জন্তুৰ আচৰণ আৰু ঘাইকৈ মানুহৰ জৈৱিক প্ৰেম-প্ৰীতিৰ কথা মানুহে বৰকৈ নজনা এই কবিতাবোৰে ৰাখি থৈছে। আদিৰসৰ প্ৰাধান্য থাকিলেও এই কবিতাবোৰৰ মাজেদি উচ্চনৈতিক জীৱনৰ আদৰ্শও প্ৰকাশ পাইছে। সেই কালৰ যৌন-জীৱনৰ বহুত সম্ভেদ বৈজ্ঞানিকে ইয়াত আৱিষ্কাৰ কৰিছে।

আমাৰ আঞ্চলিক জন-সাহিত্যৰ চৰ্চাৰ কাৰণে এই গীত-কবিতাসমূহৰ অধ্যয়ন অপৰিহাৰ্য বুলি কব পাৰি। প্ৰাকৃত গীতসাহিত্যৰ আদিৰসৰ ধাৰা অসমীয়া সাহিত্যতো পীতাম্বৰ প্ৰভৃতি কবিৰ কাব্য আৰু বনগীতৰ মাজেদি কুমৰহৰণৰ দৰে কাব্যও চুই আহিছে। কেইখনমান পুৰাণত প্ৰাধান্য লাভ কৰা ৰাধাবিষয়ক কাহিনীও এই প্ৰাকৃত প্ৰভাৱৰে ফল বুলি ধাৰণা হয়। আলঙ্কাৰিক আৰু নীতি-প্ৰচাৰকসকলে নিষেধ কৰা দেৱতাৰ কামলীলা বৰ্ণনাও এই প্ৰাকৃত কবিসকলৰে প্ৰভাৱ হব লাগে। হালৰ সপ্তশতীৰ দুই-এঠাইত হৰ-পাৰ্বতীৰ কাম চেষ্টাৰ যি বৰ্ণনা আছে আৰু কাব্য-পুৰাণতো সৰ্বসাধাৰণৰ মনোৰঞ্জক অনুৰূপ আদিৰসাত্মক বৰ্ণনা সৰহীয়াকৈয়ে পোৱা যায়।

পাইঅ কব্বস্‌স নমো পাইঅ কব্বংচ নিম্মিঅং জেণ।
তাহং চিঅ পণমমি পঢ়িউণ অ জে বিআণন্তি ॥

—প্ৰাকৃত কাব্যলৈ প্ৰণতি, প্ৰাকৃত কাব্য নিৰ্মাতাসকলৰ প্ৰতি প্ৰণাম আৰু

সেই কবিতা শুদ্ধকৈ মাত লগাই পঢ়িব জনা ৰসিক পাঠকৰ প্ৰতিও নমস্কাৰ।

প্ৰাকৃত কাব্যৰ নিদৰ্শন সংস্কৃত কাব্যৰ তুলনাত অতি কম। সংস্কৃত কাব্যৰ বৰগছৰ ছাঁৰ চেচুঁকত প্ৰাকৃত কাব্য নিস্তেজ হোৱাৰে কথা। তথাপি যি কেইপদ আছে তাৰ সাহিত্যিক মূল্য আছে আৰু সাদৰ মনোযোগেৰে অধ্যয়নৰ যোগ্য। আলঙ্কাৰিকসকলেও প্ৰাকৃত কাব্যৰপৰা উদাহৰণ দি প্ৰাকৃত কাব্যৰ উদাহৰণ স্বীকাৰ কৰি গৈছে।

প্ৰাকৃত সাহিত্যৰ লগে লগে আমাৰ ওচৰ-চুবুৰীয়া জনপদবিলাকতো লোক-গীতৰ আঁতি-গুৰি লব পাৰি। য়ুৱেনছাঙে লেখি গৈছে বোলে কামৰূপ ভ্ৰমণকালত তেওঁ চীন দেশৰ গীতৰ সুৰ ইয়াতো শুনিছিল। কথাটি নুবুজিলেও সুৰটি বুজি পাইছিল। অসমৰ লোকগীতৰ অধ্যয়নৰ কাৰণে পৰ্বত-ভৈয়ামৰ বিভিন্ন জনজাতিৰ গীত-কবিতা অধ্যয়ন বিশেষ প্ৰয়োজনীয়। দেশী-বিদেশী পণ্ডিতসকলৰ যত্নত এনে গীত-পদৰ নমুনা পাব পৰা হৈছে।

—— —

# লুইতৰে বালি বগী ধকেধকী

নিজৰ দেশৰ ঠাই, নগৰ, নৈ, পৰ্বতৰ নাম শুনিলেও কেতিয়াবা কেতিয়াবা মনটো ভাল লাগি যায়—মানুহৰ স্বদেশপ্ৰেমৰ ইও এটা অঙ্গ। সাহিত্যত বিশেষকৈ কবিতা বা প্ৰবাদ প্ৰবচনত দেশৰ নানা প্ৰান্তৰ ঠাই বা নৈ, পৰ্বত আদিৰ নাম সোমাই যায়। সেইবোৰ গোটাই চাবৰ মন যায়। বিশেষকৈ লোক-সাহিত্যত।

আমাৰ যোজনা-পটন্তৰত গড়গাঁৱৰ নাম কেইবা ঠাইতো পাওঁ। গড়গাঁৱৰ পিচল বাট, ল'ৰাকো নিচিনি, বুঢ়াকো নিচিনি হাতেপতি লাখুটি পাট। গড়গাওঁ গড়গাওঁ, কথা শুনি তল যাওঁ -এইফাঁকি কথা ধ্বনিকবি বিনন্দ বৰুৱাই, খিলঞ্জীয়া ৰূপ দিলে। গড়গঞা কটাৰীৰ ডাবেই কাটে -ইয়াত গড়গঞা মানুহৰ চোকা বুদ্ধিৰ ইঙ্গিত আছে। আনহাতে গড়গঞা মানুহৰ আন্তৰিকতাৰ অভাৱৰ কথাও আছে—গড়গঞা মিতিৰৰ ভাও, মুখেৰে কয় থাক্ থাক্, ভৰিৰে ঠেলে নাও। নগৈ গড়গাঁৱৰ বাতৰি কোৱা সাংবাদিকৰ প্ৰতি খোচ, এটাও মাৰি থোৱা কেতিয়াবা দেখা যায়।

ৰতনপুৰ ৰাজ্য বুৰঞ্জীয়ে হাতেৰে ঢুকি নাপায়। তাৰ কথাও ল'ৰা ওমলাওঁতে গায়—

> ঢোল বায় ক'ত। ৰতনপুৰত।
> খোল বায় ক'ত? ৰতনপুৰত।

লুইতৰ কথাও লোক-সাহিত্যত অসংখ্য যেনে, লুইতৰে বালি বগী ধকেধকী আকৌ— লুইতেহে জানে বঠা কিমানলৈ বহে।

দিখৌ নৈৰ থিয় গৰাৰ কথা এনেদৰে কয়—

> দিখৌৰ গৰা, বামুণ পিচলি পৰা।

কেতিয়াবা কোনোবা বামুণে প্ৰাতঃস্নান কৰিবলৈ যাওঁতে পিচলি দিখৌ নৈত পৰিছিল নে কি? অথবা ই কেৱল উপমাহে?

দূৰত য'তে-ত'তে ঘূৰি ফুৰা কথাটো আমি 'দিহিঙে দিপাঙে' বুলি কওঁ।

চ'তাই পৰ্বত কোনটো, সেই কথা আৱিষ্কাৰ কৰি পণ্ডিতে গৌৰৱ লব পাৰে। সৰ্বসাধাৰণে কিন্তু অ-ভৌগোলিক কাল্পনিক এটা পৰ্বত বুলিহে সুখ পায়—

চ'তাই পৰেবতে ধুঁৱলি কুঁৱলি
কোনে ভাতে বান্ধি থায় ?
মাক নাই মাউৰা, তিৰি নাই বৰলা,
হাতী ধৰিবলৈ যায়।

মানুহৰ মুখে মুখে প্ৰচলিত কথা আছে—গদাধৰ কোঁৱৰক তিনিগৰাকী তিৰোতাই ল'ৰাৰজাৰ চোৰাং-চোৱাৰপৰা ৰক্ষা কৰিলে।

ৰহাৰ ৰহদৈ তিপামৰ ভাদৈ
শলগুৰিৰ আঘোণি বাই !

এই ৰহা নগাঁৱৰ ৰহা নহয়—শিৱসাগৰ জিলাত ৰহা এখন আছে। অলপ দূৰে দূৰে তিপাম আৰু শলগুৰিও আছে।

আগৰ দিনত নিমখৰ অভাৱ, মানুহে খাৰ খায়। নিমখ অকণ পালে বিশেষ সকাম-নিকামত ব্যৱহাৰ কৰে। নিমখ দান কৰাও পুণ্যৰ কাম। মহঙ্গত নিমখৰ পুং আছিল, তাৰপৰা মাজে সময়ে মানুহে নিমখ অলপ সংগ্ৰহ কৰে। এগৰাকী তিৰোতাৰ গৃহস্থজন অকৰ্মণ্য, তেওঁ মহঙ্গলৈ গৈয়ো নিমখ এফোৰ আনিব নোৱাৰিলে।

—পৈ মহঙ্গলৈ গ'ল।

লোণ ভাৰ থৈ মাটি ভাৰ আনিলে ঠাই মচিবলৈ হ'ল।

গিৰিয়েক আহি ঘৰ পাওঁতে ভালেখিনি ৰাতি হ'ল। তেওঁ ঘৈণীয়েকক কৈছে—

চতিঅনাৰ ওপৰে বেলি হ'ল দুপৰে
মেলেঙ্গত গধূলি হ'ল।

আৰু এটা লোকগীত আছে—ফুলৰ বিষয়ে।

তিতিকি তিতাফুল,
যোৰহাটৰ গোলাপ ফুল,
চেনিমৰা বাগিচাৰ চিঠি।

ইয়াত কোন বিৰহী-বিৰহিনীৰ কাহিনী লুকাই আছে ? অথবা চেনিমৰা বাগিচা প্ৰথমে পাতোঁতা মণিৰাম দেৱানৰ ইঙ্গিত ?

লুইতৰ পাৰৰ বিশ্বনাথৰ মন্দিৰ বাৰিষা পানীয়ে বেঢ়ি থয়, খৰালি বালি পৰে। সেই কথাকে অৱলম্বন কৰি মানুহে কয়—

বিশ্বনাথৰ গোঁসাই লৰক্ ফৰক্
ছমাহ পানীত, ছমাহ তৰত।

আউনীআটী সত্ৰ সম্পৰ্কে এটা গীত আছে—

নামঘৰৰ চাৰিফালে তুলসীৰ শাৰী,
আউনিআটীৰ গোবিন্দ ঠাকুৰ জীৱৰ অধিকাৰী।

পিছলা নৈৰ কাষত কোনোবা দেবীৰ মন্দিৰ একালত আছিল নে কি?

পিছলাৰে ঘাটে আয়ে স্নান কৰে।

—এইদৰে আইনামত গায়।

'পিছলাৰ' ঠাইত কোনোৱে 'শীতলা' বুলিও কয়।

আজি কিছুদিনৰ আগলৈকে বৰদোৱাত দুটা নামঘৰ আছিল। সৰুফালৰ আৰু বৰফালৰ—দুয়ো পক্ষৰ মাজত মামলা-মৰ্কদমাও হৈছিল বুলি কয়। সেই কাৰণেই বোধহয় লোকগীতত শুনো—

—বৰদোৱাৰ নামঘৰ অতিকৈ ভয়ংকৰ।

সি যি হওক, আমাৰ লোকগীতৰ মাজত নানা ঠাই, নগৰ, পৰ্বত, নৈ আদিৰ উল্লেখ আছে। কোনো উৎসাহী গবেষক ডেকাই বহলাই অধ্যয়ন কৰিলে এখন ডাঙৰ পুথিয়েই হয়। সেই আশাৰেই এই অকণমান টোকাটি লেখিলো। ইংৰাজী কবিতাৰ ছাত্ৰই স্কটৰ কবিতা এই প্ৰসঙ্গত সুঁৰৰিব।

---

## হেমকোষৰ হেমচন্দ্ৰ বৰুৱা

সকতে স্কুলৰ তলৰ শ্ৰেণীত পঢ়োঁতেই পদ্মনাথ গোঁহাই বৰুৱাৰ নীতিশিক্ষাৰ পাঠ্যপুথিত হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে লিখা কবিতা মুখস্থ কৰিলোঁ। হুমাবলগীয়া অসমীয়া নাম ৰাখি জিলিকা কৰি ইষ্ট ইণ্ডিয়া কোম্পানীৰ চৰকাৰে বঙ্গদেশত চলা-শাসনৰ সম্প্ৰসাৰণ কৰি অসমতো সেই ভাষাতে শাসনকাৰ্য্য চলাবলৈ আৰম্ভ কৰিলে। তাতে আকৌ কৰ্ম্মচাৰীৰ বহুতো বঙ্গালী মানুহ, তেওঁলোকে ভালেই পালে। প্ৰথমতে, অসমৰ ডাঙৰীয়াসকলেও অৰ্দ্ধ-অসমীয়া অৰ্দ্ধ-বঙ্গালীতে কাম চলাই লৈছিল, কিন্তু কথাটো যেতিয়া গম পালে তেতিয়া তেওঁলোক সচেতন হ'ল। দুই চাৰিয়ে বঙ্গালী বুজিব-লেখিব পাৰিলেও সৰ্বসাধাৰণে বঙ্গালী নুবুজে। বঙ্গালী ভাষা শিকাবলৈ যাওঁতে কি হাস্যাস্পদ ফল ধৰিছিল আনন্দ-ৰাম ঢেকীয়াল ফুকনৰ "A Few Remarks" বোলা কিতাপত দেখুৱাইছে। শাসনকাৰ্য্যত ঘটা অসুবিধাবোৰো লাহে লাহে ইংৰাজ চাহাবে বুজিলে। দুই চাৰি বিকৃতমনা অসমীয়া লোকে বঙ্গালী ভাষাকে অসমত চলাবলৈ কৰা আবেদন অতি দুঃখজনক আৰু সেই কেইজনৰ হীনমন্যতাৰ পৰিচায়ক। ৺ৰাধানাথ ফুকনৰ যোৰহাটত বহা অসম সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ ভাষণত এই কথা বঢ়িয়াকৈ দেখুৱাইছে।

এনে অৱস্থাত হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ অভিধানে অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ স্পষ্ট প্ৰমাণ হৈ থিয় দিলে। কিন্তু এই বিষয়ত আমেৰিকাৰ মিছনেৰী পণ্ডিতসকলৰ কামৰ গুৰুত্ব স্বীকাৰ কৰিবই লাগিব। ৰেভাৰেণ্ড ড° নাথান ব্ৰাউনে ইং ১৮৪৮ চনত Grammatical notes on the Assamese Language ৰচনা কৰে। সংস্কৃতীয়া মোহৰপৰা মুক্ত হৈ বৈজ্ঞানিক প্ৰণালীৰে লিখা এই ব্যাকৰণ প্ৰথম, যদিও এওঁৰ আগতে W. Rofmson-এ ব্যাকৰণৰ আৰম্ভণি কৰে। যাদুৰাম ডেকা বৰুৱাই লিখা অভিধানতে ভেজা দি ৰেভা· ব্ৰনছন্ চাহাবে অসমীয়া ভাষাৰ যি অভিধান প্ৰণয়ন কৰে, অসমীয়া ভাষাত সেইখন পথ-প্ৰদৰ্শক।

"যদিও শিৱসাগৰৰ মিছনেৰীসকলে ··· এই ভাষাৰ এখন অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খৃষ্টাব্দত পাদ্ৰি ব্ৰনছন্ চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ

আৰু অৰ্থৰ কথাতো যি যেনে হব লাগে তেনে নোহোৱা হেতুকে অসমীয়া শিকোঁতাবিলাকৰ তাৰপৰা একো উপকাৰ হোৱা নাই, আৰু নহয়ো।" হেমচন্দ্ৰ বৰুৱাই ব্ৰনছনৰ অভিধানৰ যিমান দোষ দেখুৱাইছে সিমান নিন্দাৰ যোগ্য নহয়। আৰু বৰ্ণবিন্যাস সম্পৰ্কে হেমচন্দ্ৰ বৰুৱাৰ মত আজিকালি বহুতেও মানিব নোখোজে। ব্ৰনছনৰ অভিধান আৰু হেমকোষ মিলাই চালে ধৰিব পাৰি যে ককাই অভিধানৰ ওচৰত ভাই হেমকোষ বহুত পৰিমাণে ধৰুৱা। অৱশ্যে এই কথা স্বীকাৰ কৰিব লাগিব যে অকল এজন মানুহে প্ৰায় গোটেই জীৱন একাণপতীয়াকৈ লাগি থাকি এখন অভিধান যুগুত কৰা কম কথা নহয়। এই অভিধানত তেওঁৰ মনৰো অলপ পৰিচয় পোৱা যায়। বামুণ এটা—তেওঁ লিখিছে। দেৱল শব্দৰ প্ৰয়োগ অসমীয়াত নাই, কিন্তু হেমকোষত দেৱল শব্দৰ অৰ্থ এনেদৰে লিখিছে—

"দেৱল—দেৱলীয়া ঠাকুৰ, লোকৰ নিমিত্তে মূৰ্তি পূজা কৰি জীৱিকা কৰা বামুণ ( এনে বামুণ নীহ )।"

অসমত পূজাৰী বামুণ নীহ বুলি গণ্য নহয়, বৰং সৎ চৰিত্ৰৰ নিকা মানুহকহে পূজা-পাতল কৰিবলৈ দিয়ে। দেৱল শব্দৰ দৰে আৰু বহুত সংস্কৃত শব্দ আছে, সেইবোৰৰ ভিতৰত 'দেৱল' শব্দ বাছিগৈ এটা সম্প্ৰদায়ৰ প্ৰতি আক্ৰমণাত্মক উক্তি। তেওঁৰ ব্যঙ্গ ৰচনাত সংস্কৃত নজনা আৰু অসমীয়া আখৰ ভুলকৈ পাঠকৰা ( চতুৰ্বাহু নপঢ়ি চতুবাক পঢ়া ) পুৰোহিতক নিন্দা কৰাটো বুজিব পাৰি; যদিও পূজাৰীৰ শব্দতকৈ অন্তৰৰ ভক্তিৰহে মূল্য সৰহ। চাহাবৰ ওচৰত ইংৰাজী পঢ়া বাবে সমাজৰ ৰক্ষণশীল লোকে তেওঁক ঘিণ কৰিছিল—তাৰ প্ৰতিক্ৰিয়া হেম বৰুৱাৰ নয়নীত প্ৰকাশ পাব পাৰে। তেওঁ নিজৰ মদখোৱা কথা লুকাই নাৰাখি নিৰ্ভীকভাৱে ব্যক্ত কৰাটোও তেওঁৰ চৰিত্ৰৰ এটা গুণ। বহুত তথাকথিত ভব্যলোকে নিজৰ অসামাজিক কৰ্ম গোপন কৰি সমাজত তুলসীপতীয়া হৈ থাকে; হেমচন্দ্ৰ বৰুৱা এক ব্যতিক্ৰম।

সাহিত্যিক হিচাপে তেওঁৰ ঐতিহাসিক মূল্য আছে। অসমীয়া ব্যঙ্গ-সাহিত্যৰ বাটকটীয়া—সম্বন্ধত ভতিজাক লক্ষ্মীনাথ বেজবৰুৱাৰ তেওঁ পথপ্ৰদৰ্শক। হেমবৰুৱাৰ অকণমান আত্মজীৱনী অসমীয়াৰ আত্মজীৱনী সাহিত্যৰ প্ৰথম বুলিব পাৰি। তাত তেওঁ কেইটামান ইংৰাজীৰপৰা অনুবাদ কৰা কথা ব্যৱহাৰ কৰিছে, পোহৰ দেখা নাই ( প্ৰকাশ হোৱা নাই ), স্বভাৱৰ ধাৰৰ পৰা মুক্ত হোৱা ( মৃত্যু হোৱা), সময়ৰ আগচুলিত থামোচমাৰি ধৰা ( to take time by the forelock ),

সূৰ্য্যৰ পোহৰলৈ অনা (জন্ম দিয়া)। ইংৰাজীৰ প্ৰভাৱ ইয়াত লক্ষ্য কৰিব-লগীয়া। আনহাতে 'ছোৱালী পাই' (জন্ম দি), 'গা মেলাই ফুৰা' আদি ঘৰুৱা কথাৰ ব্যৱহাৰো লগে লগে আছে। হেমবৰুৱাৰ গদ্যৰীতি গুণাভিৰাম বৰুৱাৰ গদ্যৰীতিৰপৰা বেলেগ। হেমচন্দ্ৰ সত্যবৰাৰ অগ্ৰজ—সত্যবৰাৰ ৰীতি অৱশ্যে বিধৰাস্থলভ সৰল। হেম বৰুৱাৰ সংস্কৃত ভাষা শিক্ষাৰ প্ৰতি আগ্ৰহী আছিল। স্কুলীয়া ছাত্ৰক এই বিষয়ত পুৰস্কাৰ দিবলৈ তেওঁৰ উইলত ব্যৱস্থা কৰিছিল। তেওঁবিলাকৰ কুলপুৰোহিত বিষ্ণুনাথ শৰ্ম্মালৈ উইলত ৮০ টকা থৈ যোৱা কথাটো বিশেষ লক্ষ্য কৰিবলগীয়া। সেই কালত চাৰিকুৰি টকাৰে ভালকৈ এখন বিয়া পাতিব পাৰি, দহপুৰা কপিত মাটি কিনিব পাৰি।

আমাৰ অনেকেই জোনাকী যুগটো বেজবৰুৱা যুগ বুলি কব খোজে। মোৰ মনেৰে জোনাকী যুগেই ভাল, কিয়নো সেই যুগৰ সকলোৱেই বাটকটীয়াহে, কোনো এটা বিষয়ৰ মুধাফুটা কোনো নাই। লম্বোদৰ বৰা আৰু পদ্মনাথ গোহাঞি বৰুৱাৰ গদ্য বেজবৰুৱাৰ গদ্যতকৈ ওপৰত। বেজবৰুৱাৰ গদ্য লঘু সাহিত্যৰ উপযোগী, সন্দেহ নাই। তেওঁ সকলোতে হাত দিলে, কিন্তু ব্যঙ্গ আৰু হিউমাৰৰ বাহিৰে আন একোতে বিশেষ কৃতকাৰ্য্য হোৱা নাই। যদি কোনো লোকৰ নামেৰেই আধুনিক অসমীয়া সাহিত্যৰ যুগ নাম দিব খোজা হয়, তেন্তে হেমবৰুৱাৰ নাম সেই কাৰণে উপযুক্ত হব। তেওঁ অসমীয়াৰ ভিতৰৰপৰা প্ৰথমে ব্যাকৰণ আৰু অভিধান ৰচনা কৰি অসমীয়া ভাষাক নৰীয়া পাটীৰপৰা তুলি আনিলে। তেওঁৰ ব্যঙ্গসাহিত্য বেজবৰুৱাৰ পূৰ্বনিৰ্মিত্ত। হেমবৰুৱা নোহোৱা হ'লে বেজবৰুৱাকো আমি নাপালোহেঁতেন।

———

## কৰ্মাপুৰুষ ৰবীন্দ্ৰনাথ

ৰবীন্দ্ৰনাথৰ আশী পইচা কৰ্মীপুৰুষ, কুৰি পইচাহে কবি-সাহিত্যিক।

সমালোচক মেথিউ আৰ্নল্ডে ( Mathew Arnold ) 'গগনবিহাৰী ব্যৰ্থ দেৱদূত' বুলি কবি শ্বেলীৰ বিৰুদ্ধে অভিযোগ তুলিছিল। সমালোচক গৰাকীৰ এই অভিযোগ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয় বুলি শ্বেলীৰ সমৰ্থকসকলে প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে।

ৰবীন্দ্ৰনাথকো অনেকেই অভিজাত সম্প্ৰদায়ৰ সুখপ্ৰিয়, ভাবপ্ৰৱণ, কল্পনা-বিলাসী গীতিকবি বুলিয়েই ধৰি লয়। আমি বহুতেই আকাশবাণীত শুনা ৰবীন্দ্ৰ গীতকেইটিকে ৰবীন্দ্ৰনাথৰ সৰ্বস্ব বুলি ভাবো। কবিজনৰ বিষয়ে এইটি অতি অসম্পূৰ্ণ ধাৰণা! জমিদাৰী, শিক্ষানুষ্ঠান আৰু দেশপ্ৰেমে তেওঁৰ জীৱনৰ সৰহখিনিকে আবৰি ধৰিছিল।

নিচেই ল'ৰাকালতে মাতৃহীন হোৱা ৰবীন্দ্ৰনাথ উপনীত আৰু গায়ত্ৰী-মন্ত্ৰত দীক্ষিত হৈ সৰুৰেপৰা কঠোৰ জীৱন-যাপন কৰিছিল। শাৰীৰিক ব্যায়াম কৰিছিল, ঘোঁৰাত উঠিছিল, বাঘ চিকাৰ কৰিবলৈ গৈছিল। জমিদাৰ হিচাপেও কাৰো শাসক আছিল, নিজেও সোপা-টিলা নাছিল। আনৰ তেনে দোষ দেখিলেও সুখেৰে নেৰিছিল। জমিদাৰ হৈ থাকোঁতে ৰায়তৰ নানা প্ৰকাৰ উন্নতিৰ কাৰণে যত্ন কৰিছিল। আদৰ্শ জমিদাৰৰূপে তেওঁ দেশ-বিদেশৰ বহুতৰে প্ৰশংসা অৰ্জন কৰিছিল। গাঁৱে-ভূঞে নাৱে-তৰে ফুৰি ফুৰি বিভিন্ন অৱস্থাৰ বিভিন্ন চৰিত্ৰৰ মানুহক লগ পাইছিল, আৰু সেই অভিজ্ঞতাবোৰ তেওঁৰ চুটিগল্প-কবিতাত ব্যৱহাৰ কৰিছিল। ভাৰতৰ জাতীয় আন্দোলনত তেওঁ বুদ্ধি আৰু প্ৰাণেৰে যোগ দি জনসাধাৰণক প্ৰবুদ্ধ কৰিবলৈ সততে চেষ্টা কৰিছিল। ইংৰাজ চৰকাৰে দিয়া উপাধি ত্যাগৰ কথা কোনে নাজানে? ভাৰতৰ মানুহে যাতে জ্ঞান-বল-ক্ৰিয়াৰ দ্বাৰাই জগতত স্থান লাভ কৰিব পাৰে, তাৰ যত্ন কৰিছিল। জগতৰ জ্ঞানৰ লগত সংযোগ ৰাখি ভাৰতৰ জ্ঞানসমৃদ্ধ কৰিবৰ অৰ্থে বিশ্বভাৰতী স্থাপন কৰি আদৰ্শ ভাৰতীয় গঢ়াৰ কাৰণে আজীৱন চেষ্টা কৰিছিল। উগ্ৰ দেশপ্ৰেম আৰু যন্ত্ৰৰ অমানুষিকতা, দুয়োটাৰ প্ৰতি তেওঁ তীব্ৰ প্ৰতিবাদ জনাইছিল।

উপনিষদৰ উদাৰ দৃষ্টিভঙ্গীৰে তেওঁ মানৱ ধৰ্ম ( Religion of Man ) প্ৰচাৰ

কৰিছিল। উপনিষদ, বৈষ্ণৱসাহিত্য, চুফি কবি, পাশ্চাত্য ৰোমাণ্টিক কবি এইসকলৰ প্ৰভাৱ তেওঁৰ ৰচনাত ধৰিব পাৰি। কিন্তু প্ৰভাৱৰ অধ্যয়নে তেওঁৰ প্ৰতিভাৰ পৰিচয় নিদিয়ে। ইন্দ্ৰিয়গ্ৰাহ্য আৰু বুদ্ধিগ্ৰাহ্য জগতৰ অভিজ্ঞতাৰ লগত প্ৰতিভাশালী কবিয়ে নিজা নতুন অৱদানৰ সংযোগ কৰে।

ভাৰতীয় বুৰঞ্জীৰ ত্যাগ আৰু মহত্ত্বৰ কাহিনী ৰবীন্দ্ৰনাথৰ মাজেদি প্ৰকাশ পাইছে। এই গুণেই মহাত্মা গান্ধীৰ প্ৰতি তেওঁ অতি শ্ৰদ্ধাশীল আছিল, যদিও দুটা-এটা কথাত মহাত্মা গান্ধীৰ লগত তেওঁৰ মতৰ অমিল হৈছিল। ৰবীন্দ্ৰনাথৰ দৰ্শনে জগতৰ জ্ঞান-বিজ্ঞান, আনন্দ-উৎসৱ সকলো গ্ৰহণ কৰিবৰ চেষ্টা কৰিছিল। বল আৰু জ্ঞানৰ এটা সমন্বয় তেওঁ বিচাৰিছিল। মহাত্মাই ত্যাগ আৰু কঠোৰতাৰ ওপৰতহে গুৰুত্ব দিছিল।

পৃথিৱী আৰু মানুহৰ প্ৰতি আকৰ্ষণ, মানুহৰ প্ৰতি মৰ্য্যাদা দান ৰবীন্দ্ৰনাথৰ কাব্যৰ এটা বিশিষ্টতা। 'মানবেৰ মাঝে আমি বাচিবাৰে চাই।' ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি'ত যে কেৱল অতীন্দ্ৰিয়বাদী ভক্তৰ প্ৰাৰ্থনা আছে, এনে নহয়, তাত বীৰৰ প্ৰত্যাহ্বানো আছে। ৰবীন্দ্ৰ কাব্য শান্তিনিকেতনেই নহয় ৰণাঙ্গনো।

বিপদে মোৰে ৰক্ষা কৰো এ নহে মোৰ প্ৰাৰ্থনা :
বিপদে আমি না যেন কৰি ভয়।

কবিৰ প্ৰাৰ্থনা নিৰাপত্তা নহয়, নিৰ্ভীকতা।

---

## অম্বিকাগিৰী

দ্বিতীয় মহাযুদ্ধৰ আগলৈকে কবি-সাহিত্যিকসকলৰ মাজত এজন লোকেহে সমসাময়িক সমাজত বলি থকা ধুমুহা মুৰ পাতি লবলৈ সাহ কৰি ওলাই আহিছিল। তেওঁ হ'ল অম্বিকাগিৰী—সামাজিক আৰু ৰাজনৈতিক কৰ্মী, কবি, প্ৰবন্ধকাৰ, নাট্যকাৰ, সাংবাদিক। পূৰ্ববৰ্তী কবি কমলাকান্ত ভট্টাচাৰ্য্যৰ লগত তেওঁৰ মিল আছে বিপ্লৱী দিশটোত। কমলাকান্তৰ মাত্ৰ এটা সুৰ, কবিৰূপেও অলপ জধলা। অম্বিকাগিৰীৰ জীৱনৰ দৰেই সাহিত্যতো বিচিত্ৰতা; কাব্যত ওজস্বিতা আৰু স্নিগ্ধতা দুয়োটা সুৰেই বাজে। অম্বিকাগিৰীৰ পুৰুষ-সুলভ শক্তিমত্তা আন কবিৰ কাব্যত পোৱা নাযায়। ছন্দৰ প্ৰয়োগতো তেওঁৰ বৈচিত্ৰ্য আছে।

তেওঁৰ লেখত লবলগীয়া প্ৰথম দীঘলীয়া কাব্য 'তুমি'ৰ পাতনিত ৰায় চৌধুৰীয়ে জনাইছিল : প্ৰথম জীৱনৰ উদ্‌ভ্ৰান্ত আত্মকেন্দ্ৰিক প্ৰেমটোৱেই ক্ৰমে বিশাল জগতলৈ বিয়পি যায়, প্ৰেমৰ পাৰিধি বাঢ়ি যায়। 'তুমি' কবিতাৰ বিষয়বস্তুটোৰ তেওঁ এইদৰেই পৰিচয় দিছে। ইংৰাজ কবি শ্বেলীয়েও তেওঁৰ 'Defence of Poetry'ত অনুৰূপ এটা মন্তব্য কৰিছিল—প্ৰেম বুলিলেই বহিৰ্গমন—Love is a going out। মোহৰ মুক্তিৰ পৰিণতি প্ৰকৃত প্ৰেম। কালিদাসেও শকুন্তলাত সেই আদৰ্শকে দাঙি ধৰিছে। ভগৱন্তৰ লগত প্ৰিয়-প্ৰিয়াৰ সম্বন্ধ স্থাপনৰ কাৰণে কৰা সাধনা জগতৰ সাংস্কৃতিক বুৰঞ্জীৰ এটা বিশেষ আকৰ্ষণৰ আধ্যা।

'তুমি' কবিতাৰ আৰম্ভণিত সুন্দৰীৰ দৈহিক আকৰ্ষণৰ বৰ্ণনা—

> তুমি কেৰাহি কটাক্ষ এটি/চেনেহীৰ চকুৰ চুকত,
> চুমাৰ হেঁপাহ এটি/ভৰপূৰ জোনালী বুকত।
> তুমি প্ৰেমেৰে ভৰাই ৰাখি/সুন্দৰীৰ ক'লা চকুযুৰি,
> কিবা জুই জ্বালি দিয়া/কিয় মোৰ অন্তৰ আগুৰি।

চেনেহীৰ শাৰীৰিক সৌন্দৰ্য্যৰ প্ৰতি যি শক্তিৰ আকৰ্ষণ তেওঁ অনুভৱ কৰিছে, সেই শক্তিৰ আকৰ্ষণকে ক্ৰমে পাৰিবাৰিক জীৱনৰ মাতৃস্নেহ আৰু ভাই-ভনীৰ স্নেহতো দেখা পাইছে।

মানৱ-প্ৰেমৰপৰা ক্ৰমে বিস্তৃত হৈ এই প্ৰেম প্ৰকৃতি-প্ৰেমত পৰিণত হৈছে।

তুমি মেঘৰ ওৰণি টানি—
ঢাকি থোৱা লাহৰী ৰজনী ;
তুমি বিজুলী হাৰেদি গাঁথি
বান্ধি দিয়া বজ্ৰৰ গাজনি।

কবিৰ দৃষ্টি লাহে লাহে অসীমলৈ আগবাঢ়িছে। বিবিধ আধ্যাত্মিক আৰু মানসিক ক্লেশৰ মাজেদি সীমাৰ মাজত কবিয়ে অসীমৰ আভাস পাইছে।

চেপা থোৱা প্ৰাণ মোৰ স্নুকুঙা হাজাৰ,
নিতউ সোমায় কত বিলাই বেজাৰ :
তুমি নাথ মনে মনে
নিচ্‌কাই ঘনে ঘনে
সীমা বন্ধা সৌন্দৰ্য্যৰ চনকা বুকত
লয় কৰা অসীমৰ অমৰ চুকত।

ইয়াৰ পাছতো কবিয়ে ‘নাথ’ৰ উপলব্ধি কৰিব পৰা নাই।

কি সতে বান্ধিছা নাথ, জীৱন-হেঙাৰ,
সৌন্দৰ্য্য উপচি পৰা দ্বাৰত তোমাৰ ?
নাজানানে দয়া-মায়া ?
আকুল এখনি হিয়া
বিৰহৰ বহ্নিময় বেলিৰ তলত,
তোমাকে ধিয়ান কৰি বিভোৰ ভাবত।

হৃদয়ৰ ভিতৰেদি অসীম অম্বৰ ভেদি
তপ্ত, তীব্ৰ, তিক্ত বিৰহৰ উঠে ভমকনি ;
ভীষণ নিৰাশা আহি / লৈ বিশ্বত্ৰাসী হাঁহি
ছিঙি-ভাঙি লালসা প্ৰাণৰ/তোলে চমকনি।

বিশ্বনাথৰ লগত মিলনৰ কাৰণে কবিৰ তীব্ৰ আকাঙ্ক্ষা। কিন্তু তেওঁৰ প্ৰতি বিশ্বনাথৰ উপেক্ষা কবিয়ে বুজিব পৰা নাই। কবি আশা-নিৰাশাৰ মাজেদি, কেতিয়াবা অন্ধকাৰ ৰাত্ৰিৰ ( Dark night of the soul ) মাজেদি আগবাঢ়িছে।

কবিৰ অবিহনে বিশ্বনাথৰ লীলাও অসম্ভৱ, কবিৰ জীৱনৰ মাজেদিয়েই বিশ্বনাথৰ লীলাৰ বৈচিত্ৰ্য।

মোৰে শকতিৰে দেখো সাধিছা সকলো কাম
তৃপিতি সামৰি ;
মোৰ ভিতৰেদি দেখো ফুলি উঠে তবু নাথ
ব্ৰহ্মাণ্ড বিদাৰি।
মই নহলেনো কোৱাঁ কিদৰে প্ৰকাশি পৰে
গৌৰৱ তোমাৰ ?
বিশ্বৰ ৰচনা দেখি প্ৰাণ চাটি-ফুটি কৰে
প্ৰেমত তোমাৰ।

কবিতাৰ শেষৰ ছেদ বিশ্বনাথৰ লগত কবিৰ পুনৰ্মিলনৰ উৎসৱ-গীত।

জগতৰ ক্ষুদ্ৰ অণুবোৰ
কৰি কেনে প্ৰেমত বিভোৰ
তাৰে সতে গাঁথি দিয়া মোৰ
উল্লাহেৰে কেয়ুৰা।
জীৱনৰ ছিদ্ৰ চাই চাই
মিলনৰ মাধুৰী ভৰাই
প্ৰাণভৰা প্ৰেমেৰে পসাই
বাজে বিশ্ব বেণুৰা।

তত্ত্ব-গৰ্ভ কাব্য পাঠত অনভ্যস্ত লোকৰ কাৰণে 'তুমি' এক আচহুৱা অচিনাকি বস্তু। 'তুমি' কাব্যখন সৰু হ'লেও ই এজন জগন্নাথ-যাত্ৰীৰ ভিতৰুৱা ডায়েৰী। বাহ্যিক সৌন্দৰ্য্যৰ কামনাৰ মাজেদি বিভিন্ন স্তৰেদি গৈ গৈ কবিয়ে আত্মবিলোপ কৰি বিশ্বনাথ বা জগন্নাথৰ লগত সাযুজ্য লাভ কৰিছে। এই কবিতা তৰুণ মনৰ অৱকাশ বিনোদনৰ কবিতা নহয়। আধ্যাত্মিক জীৱনৰ কথাত ৰাপ থকা লোকেহে এই কাব্যৰ ভিতৰ সোমাব পাৰিব।

অম্বিকাগিৰীৰ হৰিভকত আৰু সমালোচক ড° কাকতীয়ে 'তুমি'ৰ পাতনিত মন্তব্য কৰিছে, "তুমি কাব্য ৰায়চৌধুৰীৰ কোনোবা বিশিষ্ট নাৰীমূৰ্তিৰ প্ৰতি প্ৰেমৰ সম্মোহন অনুভূতিৰ স্বৰূপ প্ৰকাশ।" নাৰীৰ শাৰীৰিক সৌন্দৰ্য্যৰ মাজেদি বিশ্বজগতৰ সৌন্দৰ্য্য অনুভৱ কৰি সকলো সৌন্দৰ্য্যৰ নিজৰাত বুৰ দিয়াৰ অভিজ্ঞতাৰ কথা কোনো কোনো কবিৰ কবিতাত পোৱা যায়। আধুনিক অসমীয়া সাহিত্যত এনে কাব্য একক।

ৰায়চৌধুৰীৰ 'অনুভূতি' বোলা কাব্যগ্ৰন্থৰ কোনো কোনো কবিতাত 'তুমি' কাব্যৰ অভিজ্ঞতাৰ ইঙ্গিত পোৱা যায়।

ৰাণীৰ ওঁঠত ফটিকা এটুপি পি
যুগ বহুশত
আছিলোঁ নিঢাল দি ;
স্বপ্নবিভোৰ তন্দ্ৰাহালুক মত্ত চিতৰ পাল
ৰঙাই-বোলাই চৰিল কিমান অবুজ বেথাৰ জাল। (তন্দ্ৰাভঙ্গ)

ৰায়চৌধুৰীৰ কবিতাৰ দুটা ধাৰা—এটা প্ৰেমিক মিষ্টিকৰ, আনটি বিপ্লৱী, সংস্কাৰক আৰু দেশপ্ৰেমিকৰ। দ্বিতীয় বিধৰ কবিতা 'অনুভূতি' বোলা সংগ্ৰহত প্ৰকাশ হৈছে। দেশপ্ৰেমিক আৰু সংস্কাৰকৰ ক্ৰোধ আৰু ক্ষোভ প্ৰকাশত কমলাকান্ত ভট্টাচাৰ্য্যৰ কাব্যৰ লগত অম্বিকাগিৰীৰ কিছু মিল আছে। এনেবোৰ কবিতাৰ মূল্য খুব সম্ভৱ সাময়িক আৰু অস্থায়ী। তথাপি শক্তিমান প্ৰকাশৰূপে এইবোৰৰ মূল্য আছে। জাতীয় জীৱনৰ এটা দিশ ইয়াত প্ৰতিফলিত হৈছে।

এইটো নহয় হাহি-তামাছাৰ ভাগৰ জুৰোৱা গান—
ই যে জীৱন-মৰণ একাকাৰ কৰা অগ্নিবীণাৰ তান।

ৰায়চৌধুৰীৰ ভালেখিনি কবিতাৰ মৰ্ম এই দুশাৰীতে প্ৰকাশ পাইছে।

ছন্দৰ প্ৰয়োগত অম্বিকাগিৰীৰ দক্ষতা সম্পৰ্কে—ছান্দসিকসকলে আলোচনা কৰিছে। অকল 'তুমি'তেই বিভিন্ন ছেদত বিভিন্ন ছন্দৰ প্ৰয়োগ দেখা যায়। 'অনুভূতি'ৰ কবিতাবিলাকতো ছন্দৰ বিচিত্ৰতা আছে।

মোৰ দিন-খনবোৰ মন্থন কৰি/কি লাবণ্য দিলা মোক হে প্ৰিয়
কি লাবণ্য দিলা মোক,
তাৰ বাবে আজি হাবাথুৰি খাই / ক্ষিপ্ত লোকালোক
হে প্ৰিয় ক্ষিপ্ত লোকালোক।
উঠলি উঠক সুৰৰ সিন্ধু সুৰৰ লহৰী লহৰ তুলি ;
ভাগি-ছিগি থকা তাল-মানবোৰ ফুলাম লয়ত উঠক ফুলি।

তৎসম-তদ্ভব-দেশী শব্দৰ সাহসী-সমাবেশৰ ক্ষেত্ৰত ৰায়চৌধুৰীৰ বিশেষত্ব আছে। কঠোৰ বেথাৰ হান, কেৰাহি-কটাক্ষ, তন্দ্ৰা-হালুক, সৌন্দৰ্য্যৰ নোকোহা গঠন, মত্ত চিতৰ পাল, অতৃপ্তি মুধাফুটা আদিৰ প্ৰয়োগ মন কৰিবলগীয়া।

মানুহ আৰু জগতৰ প্ৰতি কবি অম্বিকাগিৰীৰ দৃষ্টিভঙ্গীত নতুনত্ব আছে। তেওঁৰ প্ৰকাশভঙ্গীও শক্তিমান, মনত আঘাত কৰিব পাৰে। আঘাত কৰাতেই কবিৰ কৃতিত্ব। কবিতাৰ বিষয়বস্তুৰ পৰিসৰ বঢ়োৱাটোৱেই ৰায়চৌধুৰীৰ ঘাই অৱদান।

———

# আচাৰ্য্য ৰায়ৰ কাষত আধাঘণ্টামান

আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়ে আমি স্কুলত পঢ়ি থাকোঁতেই 'প্ৰবাসী' নামৰ বঙলা আলোচনীত 'অসমীয়া গদ্যসাহিত্যৰ প্ৰাচীনত্ব' বুলি এটা প্ৰবন্ধ প্ৰকাশ কৰিছিল। সেই বছৰ পূজাৰ বন্ধত তেজপুৰত বহা অসম ছাত্ৰ সন্মিলনত তেখেত সভাপতি আছিল আৰু সেই সুযোগতে সাহিত্যাচাৰ্য্য হেম গোসাঁয়ে তেখেতক পুৰণি অসমীয়া গদ্যসাহিত্য ( ভট্টদেৱ ) আৰু অসম বুৰঞ্জীৰ লগত পৰিচয় কৰি দিয়ে। আচাৰ্য্য ৰায়ে অসমত থকা কেইদিনত অসমীয়া পুৰণি গদ্যসাহিত্য সম্পৰ্কে এটা স্পষ্ট ধাৰণা লাভ কৰে আৰু সেই সম্পৰ্কে তেজপুৰত এটা বক্তৃতাও দিয়ে। সেই বক্তৃতাত তেখেতে দৃঢ়ভাৱে কয় যে অসমীয়া গদ্য-সাহিত্য অতি পুৰণি আৰু ইয়াৰ বৈশিষ্ট্য আছে। তেখেতে বহুত উদাহৰণো দাঙি ধৰে। এই বক্তৃতাকে অলপ বহলাই তেখেতে প্ৰবাসী পত্ৰিকাত ওপৰত উল্লেখ কৰা প্ৰবন্ধটো লিখে।

তেজপুৰলৈ তেওঁ আহোঁতে আমি সপ্তমমানৰ স্কুলীয়া ল'ৰা ; তেখেতক দেখা পোৱাৰ সুযোগ নহ'ল। কিন্তু তেখেতৰ সেই প্ৰবন্ধটো বহুত দিনলৈ মোৰ হাতত আছিল। ১৯২৯ চনত কলিকতাত পঢ়ি থাকোঁতেই বৈজ্ঞানিকজনক লগ পোৱাৰ সুবিধা বিচাৰি ফুৰিছিলো। তেখেতৰ অধীনত গৱেষণা কৰা এজন ছাত্ৰৰ লগত মোৰ পৰিচয় হৈছিল। তেওঁ এদিন দেওবাৰে পুৱা মোক আচাৰ্য্য ৰায়ৰ ওচৰলৈ নিয়াৰ ব্যৱস্থা কৰিলে। কথাটো আগতে তেখেতক কোৱা আছিল।

আৰকালি দেওবাৰে পুৱা দহমান বজাত আপাৰ ছাকু'লাৰ ৰ'ডৰ ( বৰ্ত্তমান আচাৰ্য্য প্ৰফুল্ল পথ ) বিজ্ঞান কলেজলৈ বন্ধুজনে মোক লৈ গ'ল। আচাৰ্য্যই তেতিয়া গা ধুই ওলাই আহিছে ; লুঙি আৰু গামোচা চেপি বাহিৰত মেলি দিছে। তেখেতৰ লগত এজন ভৃত্য থকা সত্বেও তেখেতে নিজেই এইবোৰ কাম কৰি ভাল পায়। Some people are not happy unless they are miserable—তেখেতে কয়, বিজ্ঞান কলেজৰ কোঠালি এটাত গৱেষণাকাৰী ছাত্ৰই লগ পাওঁ বুলিলেই তেখেতক লগ পাব পাৰিছিল।

বাহিৰৰ ৰ'দত চকী এখনত তেখেত বহিল। আমাকো বহিবলৈ দিলে। মই অসমীয়া ল'ৰা বুলি বন্ধুজনে চিনাকি কৰি দিয়াৰ পাছত মোৰ পিঠিত

তেখেতে চকা এটা মাৰিলে। নতুন ডেকা ল'ৰা লগ পালেই তেখেতে এইদৰে অভ্যৰ্থনা কৰে। তেখেতে তেজপুৰলৈ যোৱাৰ কথা কোৱাত মই প্ৰবাসীত ওলোৱা প্ৰবন্ধটোৰ কথা ক'লো। তেখেতে ক'লে যে অসমীয়া সাহিত্যৰ বিশেষকৈ গদ্যসাহিত্যৰ প্ৰাচীনত্ব আৰু বৈশিষ্ট্য সম্পৰ্কে বঙালীসকলৰ ভুল ধাৰণা বহুতো আঁতৰিছে। আমি কথা পাতি থাকোঁতেই খাদী প্ৰতিষ্ঠানৰ মানুহ এজনক লৰালৰিকৈ বিদায় দিলে। আচাৰ্য্য খাদী প্ৰতিষ্ঠানৰ লগতো জড়িত আছিল। আমি লগ পোৱাৰ দুদিনমানৰ আগতে কলিকতাত মতিলাল নেহেৰুৰ সভাপতিত্বত কংগ্ৰেছৰ অধিবেশন হৈ গৈছে; অধিবেশনৰ উত্তেজনা মাৰ যোৱা নাই। তেখেতে ক'লে যে খদ্দৰৰ ওপৰত যিমান গুৰুত্ব দিব লাগে সিমান গুৰুত্ব দিয়া হোৱা নাই, কামতকৈ আন্দোলন বেছি হৈছে।

আচাৰ্য্যৰ লগুৱাই ইতিমধ্যে আমাক মুড়ি আৰু অকণমান গাখীৰ দিলেহি, তেখেতেও খালে।

মই ইংৰাজীত এম. এ. পৰীক্ষা দিম বুলি কোৱাত তেখেতে ক'লে, মই ছেকৃছপীয়েৰ পঢ়ো, গৱেষণাৰপৰা আজৰি পালেই ছেকৃছপীয়েৰৰ কিবা এটা মেলি লৈ পঢ়ি আনন্দ পাওঁ, প্ৰেৰণাও পাওঁ। আচাৰ্য্যই মোক প্ৰশ্ন কৰিলে, ছেকৃছপীয়েৰৰ নাটকত থকা দুই-এটা গান্ধীবাদী চৰিত্ৰৰ কথা কব পাৰানে? মোৰ হঠাতে মনত পৰিল As you like it-অৰ কথা। মই যি পাৰোঁ কলো। তেখেত মোৰ কথাত সন্তুষ্ট হ'ল। তেখেতে নিজেও দুই-চাৰিটা কথা ক'লে।

তেখেতৰ ডক্টৰেট ডিগ্ৰিৰ নিবন্ধ ভাৰতীয় প্ৰাচীন ৰসায়ন বিদ্যা সম্বন্ধে সেই সম্পৰ্কত তেখেতে সংস্কৃতৰ বিস্তৃত অধ্যয়ন কৰিছিল। তেখেতৰ কথাৰ পৰা গম পালো। নিজৰ জীৱন কাহিনীতো তেখেতে এই বিষয়ে লিখিছে। তেখেতে ছেকৃছপীয়েৰৰ এষাৰি গালে: It is good to have a giants strength, but bad to use at like a giant.

বিজ্ঞানৰ পৰা যাতে জগতৰ মঙ্গল হয়, সেইটোহে ডাঙৰ কথা; বিজ্ঞানৰ দ্বাৰা জগতৰ অহিত হ'বলৈ দিব নালাগে। এই সম্পৰ্কত তেখেতে গীতাৰ শ্লোক এটাও মাতিলে।

আমাৰ দেশীয় ভাষাত বিজ্ঞানৰ চৰ্চা হব লাগে। দেশত সংস্কৃত আৰু ইংৰাজী দুয়োটাৰে চৰ্চা চলি থাকিব লাগে—এই কথাও তেখেতে ক'লে। অসমৰ অমিয় কুমাৰ দাসৰ কথা সুধিলে। হেম গোসাঁইৰ অকাল মৃত্যুত দুখ প্ৰকাশ কৰিলে। (ছাত্ৰজীৱনৰপৰাই কৰ্মীপুৰুষ অমিয় দাসৰ চেষ্টাতেই আচাৰ্য্য

বায়ক ছাত্ৰ সন্মিলনলৈ অনা হৈছিল বুলি সমসাময়িক বেণুধৰ শৰ্মা আদিৰপৰা গম পাওঁ। আধুনিক কালৰ অসমৰ ছাত্ৰ আন্দোলনৰ আদিপৰ্ব অসম ছাত্ৰ সন্মিলনীৰ বুৰঞ্জী এতিয়াও কোনেও লিখা নাই। বাণীকান্ত কাকতি, কৃষ্ণ সন্দিকৈৰ দৰে কিতাপৰ পোকেও ছাত্ৰ সন্মিলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। বেজবৰুৱা প্ৰথম অধিবেশনৰ সভাপতি আছিল। )

আমাৰ লগত কথা পাতি থাকোঁতেই বেঙ্গল কেমিকেলৰপৰা কোনোবা মানুহ আহিল। এই কৰ্মীপুৰুষজনৰ সময়ৰ ওপৰত আমাৰ অধিকাৰ আৰু নাই, এই বুলি আমি নমস্কাৰ জনাই তেখেতৰপৰা বিদায় ললো। তেখেতে আকৌ এবাৰ মাতিছিল, যোৱা নহ'ল।

সেই প্ৰাচীন ঋষিৰ তুল্য জ্ঞান-তপস্বী পুৰুষজনৰ সান্নিধ্যৰ পবিত্ৰ স্মৃতিয়ে এই বয়সতো আনন্দ আৰু প্ৰেৰণা দিয়ে। মোৰ জীৱনযাত্ৰাটো দি আহিছে। মোৰ জীৱনৰ সেই আধাঘণ্টা অতি পবিত্ৰ আৰু পৰম মূল্যৱস্তু।

———

## গান্ধীজী ঃ সাংবাদিক সাহিত্যিক

গান্ধীজীৰ আধ্যাত্মিক আৰু ৰাজনৈতিক গুৰুত্বৰ কাৰণে তেওঁৰ সাহিত্যিক দিশটো প্ৰায় পাহৰিয়েই যোৱা হয়। তেওঁৰ কথা মানুহে পাহৰিবলৈ ধৰিছেই। পাহৰণিৰ ইমান সোনকালে আৰম্ভ। বছৰেকৰ মূৰত এদিন প্ৰতি সাংবাৎসৰিক মৃত্যু তিথিৰ উপলক্ষে হোৱা আনুষ্ঠানিক 'চৌখিন' সূত্ৰযজ্ঞৰ (?) বাহিৰে গান্ধীৰ বিষয়ে আলোচনা-বিলোচনা বিশেষ নোহোৱাই হ'ল। নৈতিক দুৰ্বলতাই সত্য আৰু ন্যায়ৰ কাষ চাপিবলৈ ভয় কৰে, ইও এটা কথা। কুঠীয়াৰ বৈকুণ্ঠলৈ যোৱাৰ সাহস নাই।

গান্ধীজীৰ বিষয়ে সকলো পাহৰি গ'লেও হিন্দু স্বৰাজ আৰু সত্যৰ পৰীক্ষা Experiments with Truth এই কিতাপ দুখন জনা মানুহে কেই শতাব্দীমানলৈ পঢ়িব।

আজিকালি আমি সকলোৱেই সাংবাদিক। তেল নিমখৰ অভাৱ আৰু পানী লাগি হাঁচি অহাৰ খবৰ যোগনিয়াৰো সাংবাদিক। সংবাদদাতা আৰু সাংবাদিকৰ পাৰ্থক্য নোহোৱা হৈছে। স্কুল-কলেজৰ শিক্ষকো আজিকালি ভেমপুৰীয়া সংবাদদাতা তথা সাংবাদিক। সাংবাদিক নহয় কোন? সঁচাক মিছা, মিছাক সঁচা কৰা—ইও সাংবাদিকতা।

গান্ধীজীও সাংবাদিক আছিল। তেওঁ গোটেই জীৱনটো সাংবাদিক হৈয়ে গ'ল। তেওঁৰ সাংবাদিক জীৱনৰ আৰম্ভ আফ্ৰিকাত। 'ইণ্ডিয়ান অপিনিয়ন্' বোলা সাপ্তাহিক কাকতখনৰ সম্পাদক আন মানুহ নামতহে আছিল। কাকতৰ আৰ্থিক দায়িত্ব তেওঁৰ আছিলেই, লেখাও সৰহখিনি তেওঁৰ কলমৰ। তেওঁৰ জীৱনৰ আদৰ্শও সেই কাকততে প্ৰকাশ পাইছিল। সত্যাগ্ৰহ আন্দোলনৰ গুৰিতে এই ইণ্ডিয়ান অপিনিয়ন। বগা মানুহৰ উপনিবেশত ক'লা মানুহৰ স্বত্ব প্ৰতিষ্ঠা কৰাই এই কাকতৰ মূল উদ্দেশ্য আছিল। ভাৰতৰ পৰা যোৱা মানুহক আফ্ৰিকাৰ বগা ছাহাববোৰে কৰ্কট ৰোগ বুলি ভাবিছিল আৰু এই ৰোগ উভালি পেলাবলৈ সকলো ৰকমৰ কঠোৰ ব্যৱস্থা অৱলম্বন কৰা হৈছিল। 'কুলিবিলাকক' অৰ্থাৎ ভাৰতীয়হঁতক অতি শীঘ্ৰে তাৰপৰা একেবাৰে খেদিবলৈ বগা মানুহ দৃঢ় সংকল্প হৈছিল। 'কুলি বেৰিষ্টাৰ'টোৱেই এই আপদ হৈ পৰিল। অশিক্ষিত আৰু নিৰক্ষৰ সৰহ ভাগ ভাৰতীয় মানুহেই গান্ধীজীৰ সাহসতে বিশ্বাস

কৰি অলপ নিৰ্ভয় হৈ আছিল। অস্থায়ীভাৱে আফ্ৰিকাত থাকি ঘূৰি আহিম বোলা মানুহটিয়ে আফ্ৰিকাত ৰৈ যাবলৈ স্থিৰ কৰিলে। ইয়াৰপৰা অৱশ্যে বুৰঞ্জীৰ এটা নতুন অধ্যায়ৰ সৃষ্টি হ'ল। এই সিদ্ধান্তৰ ফল হ'ল সত্যাগ্ৰহ। ইণ্ডিয়ান অপিনিয়ন কাকততে টলষ্টয়ৰ নিয় প্ৰতিৰোধৰ মাজত থকা সূক্ষ্ম পাৰ্থক্যৰ বিশ্লেষণ কৰি 'সত্যাগ্ৰহ' নামটোকে গ্ৰহণ কৰা হ'ল ; কিয়নো সত্যাগ্ৰহ কথাটোত হিংসাত্মক কাৰ্য্যৰ অকণো ছাঁ নাই। এই কাকতত ৰাছ্‌কিন্ আৰু থৰ'ৰ ৰচনা আৰু আদৰ্শসমূহ প্ৰকাশ পাইছিল। এই কাকতৰ লগত সম্বন্ধ থকা লোকসকলে এই আদৰ্শবোৰ কামত পৰিণত কৰিবলৈ চেষ্টা কৰি এখন আশ্ৰম স্থাপন কৰিছিল।

এই সপ্তাহী কাকতত ভাৰতীয় মানুহৰ দুৰাৱস্থা, বিশেষকৈ সিবিলাকৰ ওপৰত কৰা অত্যাচাৰৰ কথা নিয়মিতভাৱে প্ৰকাশ পাইছিল। দুৰ্দশাৰ প্ৰতিবাদ কৰি কেনেকৈ নিজৰ মানৱিক স্বত্ব সাব্যস্ত কৰিব লাগে, এই সম্বন্ধে ভাৰতীয় লোকক সজাগ আৰু শিক্ষিত কৰি তোলাই এই কাকতৰ মুখ্য উদ্দেশ্য। এই কাকতত টলষ্টয় মেট্‌ছিনী, এব্ৰাহাম লিংকন, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ প্ৰভৃতিৰ জীৱন কৰ্মৰ কথা ওলাইছিল। আফ্ৰিকাত থকা আমাৰ ভাৰতীয় মানুহৰ দোষ-দুৰ্বলতাৰ কথাও কঠোৰ ভাষাত লিখিবলৈ সংকোচ নকৰিছিল। ৰাইজৰ অভিযোগ দাঙি ধৰা আৰু ভাৰতীয় মানুহৰ মাজত জাতি সম্প্ৰদায় নিৰ্বিশেষে ঐক্য স্থাপন কৰা —এই দুটাই কাকতখনৰ মুখ্য কৰ্তব্য হৈ পৰিছিল। গুজৰাটী ভাষাতো এই কাকতৰ এটা পৰিপূৰক প্ৰকাশ হৈছিল, যাতে আপামৰ জনসাধাৰণে নিজৰ আৰু জগতখনৰ বিষয়ে জানিবলগীয়া ঘটনাৱলীৰ গমগতি পাব পাৰে। প্ৰাচীন সাহিত্যৰপৰা নানা উদাহৰণ সংকলন কৰি উদাৰ মানৱ ধৰ্মৰ কথা প্ৰায়ে এই কাকতত ওলাইছিল।

ভাৰতৰ বাহিৰত প্ৰথমে প্ৰকাশ হোৱা এই কাকত সত্যাগ্ৰহৰ প্ৰস্তুতিৰ কাহিনী। ভাৰতলৈ আফ্ৰিকাৰপৰা যি নতুন গান্ধী আহিল সেই গান্ধীৰ জন্মও আফ্ৰিকাতেই —ইণ্ডিয়ান অপিনিয়নৰ কুটীৰত। গান্ধীবাদৰ বীজ-গ্ৰন্থ হিন্দ স্বৰাজ প্ৰথমে এই কাকততেই ছপা হয়। টলষ্টয়, এড্‌ৱাৰ্ড কাৰ্পেণ্টাৰ, থৰ' ৰাছকিন্ বাইবেল আৰু গীতা সকলোৱেই গান্ধীৰ দ্বিজত্বৰ অৰিহণা যোগাইছিল।

জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ তেজৰ পৰা জন্ম হ'ল ইয়ং ইণ্ডিয়া—যাক নৱজাতক ভাৰতৰ যোগমায়া বুলি ক'ব পাৰি। কেৱল ভাৰতৰ স্বাধীনতাই এই কাকতৰ উদ্দেশ্য নাছিল—জগতৰ সমস্ত দুৰ্বল আৰু পদদলিত জনতাৰ হকে প্ৰতিবাদ কৰাও প্ৰধান কৰ্তব্য বুলি ধৰি লৈছিল। গান্ধীজীৰ সম্পাদনাত,

ইংৰাজী ১৯১৯ চনৰ ৭ অক্টোবৰত গুজৰাটী নৱজীৱনৰ প্ৰথম প্ৰকাশ ; তাৰ পাছদিনাই ইয়ং ইণ্ডিয়া কাকতৰ উদ্বোধন। সাংবাদিক কেশৰী লোকমান্তৰ তিৰোভাৱে গান্ধীজীৰ দায়িত্ব আৰু বঢ়াই দিলে। অহিংস অসহযোগৰ তেতিয়াই আৰম্ভ। গান্ধীজীৰ কেতবোৰ প্ৰবন্ধ ৰাজদ্ৰোহ—উত্তেজক বুলি ভাবিলে, তেওঁ অভিযুক্ত হ'ল আৰু সাম্ৰাজ্যবাদী বৃটিছৰ কপটীয়া পক্ষপাতী বিচাৰত তেওঁৰ হ'ল ছ'বছৰ কাৰাদণ্ড। "পাপী চৰকাৰৰ তলত সৎ লোকৰ কাৰণে কাৰাগাৰৰ বাহিৰে আন বাসস্থান নাই।" কিছুমান দিনৰ পাছত চৰকাৰে নৱজীৱনৰ টে'টুতো চেপা দিলে। "তোদেৰ বাঁধন যতই শক্ত হবে।" এঠাইত কাটিলে সাত ঠাইত গজে। আকৌ হৰিজন বন্ধু গুজৰাটী ভাষাত ওলাল। ইংৰাজী হৰিজন কাকতৰ সহোদৰ ভাই। নৱজীৱনতে 'আত্মজীৱনী' খণ্ড খণ্ডকৈ ওলায়, ইংৰাজী ভাঙনী ইয়াৰ পাছতহে ওলায়। গীতাৰ গান্ধীভাষ্য অনাশক্তিযোগ গুজৰাটীতে প্ৰথমে লিখে।

অস্থায়ী আৰু স্থায়ী ডুদিনীয়া আৰু থিলঞ্জীয়া—এই দুবিধ সাহিত্যৰ কথা সমালোচকসকলে কয়। সাংবাদিকৰ সাহিত্যক প্ৰথম বিধত থোৱা হয়, কিয়নো সাংবাদিকে সাময়িক সমস্যাৰ কথাৰ বিষয়েহে লিখে। কিন্তু কিছুমান লিখকৰ হাত লাগিলে সাময়িক সাহিত্যও চিৰকলীয়া সাহিত্যত পৰিণত হয়। মহাত্মাজীৰ শতকৰা নব্বৈ ভাগ সাংবাদিক ৰচনাত সাময়িক বিষয়ৰ আলোচনা কৰিলেও সেই ৰচনাৰ আবেদন স্থায়ী। এড্মাণ্ড বাৰ্কৰ পাৰ্লিয়ামেণ্টত দিয়া বক্তৃতাৰ ভালেখিনি স্থায়ী। তেওঁ দুটামান বক্তৃতাত ইংলেণ্ড আৰু আমেৰিকাৰ সম্বন্ধৰ কথা কৈছিল ; কিন্তু তাত সৰ্বদেশ আৰু কালৰ প্ৰভাৱে পূৰণি কৰিব নোৱাৰা কিছুমান মানৱিক নীতিৰ কথা আছে। সেই কাৰণে আজিও সত্য। গান্ধীৰ সাংবাদিক ৰচনাৰ বিষয়ে সেই একে কথাকে ক'ব পাৰি। সত্য, অহিংসা আৰু প্ৰেম—এটা কথাতে চমুৱাই ক'লে—মানৱিকতা গান্ধীৰ লিখনিৰ কালিকা।

যদি ৰচনাৰীতিত সাহিত্যিক গুণ সোমাই থাকে বুলি কোৱা হয়, তেন্তে গান্ধীজীৰ লেখাত সাহিত্যিক গুণ সম্পূৰ্ণ আছিল বুলি কব লাগিব। গান্ধী মানুহজনৰ বাহিৰে ভিতৰে গোটেই চৰিত্ৰটো তেওঁৰ ৰচনাৰীতিতে জল্জল্ পট্পট্কৈ ওলাই পৰিছে। ৰচনাশৈলীয়েই মানুহ—সাহিত্য সমালোচনাৰ এই ঘনাই কৈ থকা নীতি গান্ধীজীৰ গাতে বহিয়াকৈ খাটে। তেওঁৰ কথাবোৰ, ঋজু সৰল অথচ সবল। সৰু সৰু বাক্যবোৰৰ মনোহৰ প্ৰাঞ্জলতা আৰু প্ৰসাদ গুণ তেওঁৰ জীৱন আৰু চৰিত্ৰৰে প্ৰতিবিম্ব। কেৱল বাইবেল অধ্যয়নৰপৰাই

গান্ধীজীৰ লেখাবোৰ সৰল-সৰল হোৱা নাই। তেওঁৰ সমগ্ৰ সৰল ব্যক্তিত্ব ৰচনাৰ যোগেদি ফুটি উঠিছে।

পৃথিৱীৰ সাহিত্যত লেখত ল'বলগীয়া আত্মজীৱনীবোৰৰ ভিতৰত মহাত্মাৰ সত্যৰ পৰীক্ষাও আগশাৰীৰ এখন। ইয়াত আঁৰবেৰ নোহোৱাকৈ নিজৰ দুৰ্বলতাবোৰো তুলি গৈছে। তেওঁৰ তিনিকুৰিমান বছৰলৈকে পোৱা অভিজ্ঞতাবোৰৰ অকপট আৰু সৰল কাহিনী আত্মজীৱনীত গোটাই থলে। ছেইণ্ট আগষ্টিনৰ স্বীকাৰোক্তি এক প্ৰকাৰৰ, ৰুছ'ৰ স্বীকাৰোক্তি একপ্ৰকাৰ, গান্ধীজীৰ কাহিনীও আন একপ্ৰকাৰ। দেশ, কাল আৰু ধৰ্মবিশ্বাসে এই গ্ৰন্থবোৰক বেলেগ বিশেষত্ব দিছে। ষোল শতিকাৰ ৰেঁনেছাৰ কালৰ ইটালীৰ শিল্পী Cellini-ৰ আত্মজীৱনী সেই যুগৰ চিত্ৰ আৰু এই গ্ৰন্থৰ আবেদনো বেলেগ। এই শতকৰ আগভাগৰ ইচাডৰা ডনকানৰ কাহিনীও সৰ্বসাধাৰণৰ মাজত অতি প্ৰিয় হৈছিল। ঊনবিংশ শতাব্দীৰ নিউমেনৰ Apologia Private Sua ইয়াৰ বিপৰীত মেৰুত। টলষ্টয়ৰ স্বীকাৰোক্তিও ( Confession or What I believe ) এই প্ৰসঙ্গত তুলনীয়।

গান্ধীজীৰ আত্মজীৱনীত তেওঁৰ নিজৰ আৰু নিজৰ দেশৰ কাহিনীৰ উপৰিও ভৱিষ্যত জগতৰ কাৰণে এটা ইংগিত পায়—ই হ'ল আত্মিক বলৰ প্ৰাধান্য। অৱশ্যে ভাৰতীয় সাধনা আৰু ঐতিহ্যৰ ছাপ আছে। ই এখন অভিনৱ আত্মকাহিনী বুলি জগতৰ বেলেগ বেলেগ দেশৰ লোকে স্বীকাৰ কৰিছে। এগৰাকী সমালোচকে ইয়াক অন্তৰ্দ্বন্দ্বৰ কাহিনীপূৰ্ণ এপিক বা মহাকাব্য বুলি আখ্যা দিছে।

হিন্দ্ স্বৰাজ মহাত্মা গান্ধীৰ বীজগ্ৰন্থ। সম্পাদক আৰু পাঠকৰ মাজত হোৱা এটা কথোপকথনৰ কাহিনীয়েই এই সৰু গ্ৰন্থখন। সম্পাদকজন গান্ধী নিজেই। তেওঁ পশ্চিমীয়া সভ্যতাৰ দোষবোৰ কঁহিয়াই গৈ আছে আৰু পাঠকৰ কথাবোৰ খণ্ডন কৰি আছে। এড্‌ৱাৰ্ড কাৰ্পেণ্টাৰৰ সভ্যতা—ইয়াৰ নিদান আৰু নিবাৰণ Civilization, its cause and cure কিতাপখন মহাত্মাজীয়ে পঢ়িছিল। ইমানেই। হিন্দ্ স্বৰাজৰ মূল কথাবোৰ নিজৰ; কাৰ্পেণ্টাৰৰপৰা কিছুমান কথাৰ সমৰ্থন পাইছিল মাত্ৰ। গান্ধীৰ আত্মিক বল কাৰ্পেণ্টাৰৰ নাছিল, তেওঁৰ লৈতে একে ধৰণে চিন্তা কৰা বাৰ্নাৰ্ড শ্বৰো নাছিল। বিলাতৰ মানৱিকতাবাদী পণ্ডিত মিডলটন মুৰে কয়—আধুনিক যুগৰ শ্ৰেষ্ঠ খৃষ্টান প্ৰচাৰক গান্ধী আৰু হিন্দ্ স্বৰাজ বৰ্তমান কালৰ শ্ৰেষ্ঠ গ্ৰন্থ।

গান্ধীজী সৰহ কিতাপ পঢ়া মানুহ নহয়; কিন্তু যিখিনি পঢ়িছিল তাক

সম্পূৰ্ণ আয়ত্ত কৰি নিজা বস্ত্ৰ কৰি লৈছিল, আৱশ্যক মতে পৰিবৰ্তনো কৰিছিল। তেওঁ কাৰাগাৰলৈ যাওঁতে লগত নিছিল গীতা, তুলসীদাসী ৰামায়ণ, কোৰাণ, আশ্ৰম ভজনাৱলী আৰু ছাৰ্মন্ অন্ দা মাউণ্ট— এই পাঁচ। ইয়াৰ উপৰিও তেওঁ কাৰাগাৰত থকা কালছোৱাত আৰু ভালেমান কিতাপ পঢ়িলে, তাৰ ভিতৰত এইখিনি উল্লেখযোগ্য— হিন্দু দৰ্শন বিষয়ক পুথি, উপনিষদ, মনু-সংহিতা, বৌদ্ধ ধৰ্ম বিষয়ৰ পুথি, গীতাৰ বিভিন্ন ভাষ্য, হজৰতৰ জীৱনী, পাৰ্চীবিলাকৰ ধৰ্মপুথি, Varieties of Religious Experience (James), গীবনৰ ৰ'ম সাম্ৰাজ্যৰ পতন, ৱেলছৰ পৃথিৱীৰ বুৰঞ্জী, Laski's European Morals, আমিৰআলিৰ Spirit of Islam, Hopkins-ৰ Origin of religion. লাইস্কৰ ইউৰোপীয় নীতি, বাৰ্নাৰ্ড শ্বৰ দুই-এখন নাট, গেটেৰ ফাউষ্ট, পাঠক হিচাপে তেওঁৰ ৰুচিৰ উদাৰতা এই তালিকাৰপৰাই বুজিব পাৰি। কোনো এক প্ৰসংগত নিজৰ মনৰ আকুলতা আৰু উদ্বেগ বুজাবলৈ ফাউষ্টৰপৰা এটা পংক্তি উদ্ধৃত কৰিছিল—

My peace of gone, and my heart is sore I have lost him and lost him for ever more. My poor sick brain is gazed with pain And my poor sick heart is in twain. [ Oxford Edn. ]

মোৰ শান্তি হেৰাল, মোৰ হৃদয় বেদনাৰে ভৰা : তেওঁক হেৰুৱালো, চিৰকাললৈ হেৰুৱালো। মোৰ মূৰ ৰুগ্ন, তাতে বেদনাৰ বোলা। মোৰ ৰুগ্ন হৃদয় ফাটি দুফাল হ'ল।

এয়া ফাউষ্টৰ নায়িকা মাৰ্গাৰেটৰ বিলাপ। দুষ্মন্তৰ বিৰহত শকুন্তলাৰ উক্তিৰ দৰে। শকুন্তলাৰ গুৰিত ফাউষ্টৰ ঋণৰ কথা জনাজাত।

ৰবীন্দ্ৰনাথৰ লগত গান্ধীজীৰ মতৰ অলপ অমিল আৰু বাদানুবাদ হৈছিল। মূল কথাত নহয়। অসহযোগ আন্দোলনৰ উপযোগিতাৰ কথা ৰবীন্দ্ৰনাথে নুবুজিছিল। গান্ধীজীয়ে উপযুক্ত উত্তৰ দিছিল। চৰায়ে আহাৰ পালেহে পাখীৰ ওপৰত ভৰ দি আকাশলৈ উৰা মাৰি গান গাব পাৰে। এনে কিছুমান চৰাই আছে যাৰ পাখী জোকাৰিবলৈকে বল নাই। খাবলৈ নোপোৱা জনতাই এটা কবিতা মাত্ৰ বিচাৰে —গাত বলপোৱা খাদ্য। গুৰুদেৱ ৰবীন্দ্ৰনাথৰ লগত অলপ অমিল থাকিলেও গান্ধীজীয়ে কবিৰ মাহাত্ম্য আৰু বিশ্বমানৱতা স্বীকাৰ কৰি লৈছিল। কিন্তু ভাৰতৰ জনসাধাৰণৰ দুখ-দুৰ্গতিৰ কথাত নিজৰ মত নেৰিছিল।

শিল্প-সাহিত্য সম্বন্ধে টলষ্টয়ৰ লগত গান্ধীৰ মতৰ সম্পূৰ্ণ মিল আছে :

"কেৱল বিশেষজ্ঞসকলৰ কাৰণে যি সাহিত্য তাক মই মহৎ নোবোলো। মহান শিল্পৰ আবেদন বিশ্ব-প্ৰকৃতিৰ দৰেই উদাৰ সাৰ্বজনীন। সৰল, সহজ প্ৰকৃতিৰ ভাষাৰ দৰেই।"—গান্ধীজীয়ে কয়।

"আচল আৰ্ট আত্মাৰ প্ৰকাশ। মানুহৰ অন্তৰাত্মাৰ প্ৰকাশ কৰিব পাৰে গুণেই আৰ্টৰ মূল্য। তেনে আৰ্টে মোক আকৰ্ষণ কৰে। আত্মাৰ উপলব্ধিৰ কাৰণে সহায় কৰিব পৰা আৰ্টৰহে গৌৰৱ আছে। হৃদয়ৰ পৱিত্ৰতাইহে শ্ৰেষ্ঠ কলা।"—এয়া গান্ধীজীৰ মনৰ কথা।

টলষ্টয়ৰ মতেও আৰ্ট সামাজিক মঙ্গলৰ, জগতৰ কল্যাণৰ উপাদান। ৰবীন্দ্ৰনাথেও সত্য আৰু শিৱ দুয়োটাৰে মিল বিচাৰে। এই বাবেই ৰবীন্দ্ৰনাথে এঠাইত আৰ্টিষ্টবিলাকৰ ধৰ্ম শৈৱ বুলি কৈছে।

গান্ধীজীৰ বিচাৰত জীৱনটোৱেই এটা সাহিত্য হ'ব লাগে। অশুচি আৰু আপচু জীৱনে সুন্দৰ সৃষ্টি কেনেকৈ কৰিব? মিল্টনৰ কথালৈ মনত পৰে—মহৎ কাব্যৰ সৃষ্টিকৰ্তাৰ জীৱনো এটা কবিতা Ought himself to be a true poem.

ৰত্ন বৰকাকতীৰ শেৱালিত এটা ছনেটত মহাত্মাৰ কথা কৈছে—জীৱন্ত কবিতা তুমি আপুনি মহাত্মা।

কবিতা কি? ই যে ক্ষীণ ধ্বনি হৃদয়ৰ⋯ ⋯।

———

## যতীন্দ্ৰনাথ দুৱৰা

কুৰিবছৰবো ওপৰ হ'ল। বাৰিষা কালৰ কোনোবা এটা আবেলি সুদীৰ্ঘ-কাল প্ৰবাসত কটোৱা কবি দুৱৰাই দিখৌ পাৰৰ পৈতৃক ঘৰত আহি শেষ নিঃশ্বাস পেলালে। তেখেতৰ চমু জীৱনী এখন মাজতে ওলাল যদিও আমি তেখেতক প্ৰায় পাহৰিয়েই পেলাইছোঁ। পাঠ্যপুথিত থকা এটা বা দুটা কবিতা শিক্ষক-ছাত্ৰই পঢ়িছে অথবা তাৰ note পঢ়িছে। ইমান সোনকালে তেওঁক পাহৰিব নালাগিছিল।

দুৱৰাৰ কবিতা দুটা ভাগত ভগাব পাৰি: অনুবাদ কবিতা আৰু মূল কবিতা। সম্ভৱতঃ ইংৰাজী কবিতাৰ অনুবাদ কৰিয়েই তেখেতে কবিকৰ্মৰ পাতনি মেলিছিল। আধুনিক যুগত অসমীয়া আৰু আন ভাৰতীয় ভাষাৰ প্ৰায় সকলো কবিয়েই ইংৰাজীৰ গুৰিত ধৰুৱা। চাপৰিলে মেঘ নাযায়। দোষৰ বা লাজৰ কথা নহয়। দুৱৰাৰ আপোন সুৰ আৰু মৰমৰ সুৰ এই দুয়ো সংগ্ৰহতে অনুবাদ কবিতা আছে আৰু একাডেমি বঁটা পোৱা বনফুলতো আছে। টেনিছনৰ Crossing the Bar, locksly Hall, Years idle tears, Ring out the old; শ্বেলিৰ Indian Serenade, বাৰ্ণছৰ My love is like a red rose; গ্ৰেৰ Elegy; অছাউ নেচীৰ Music Makers আদি প্ৰখ্যাত ইংৰাজী কবিতাৰ অনুবাদ তেখেতৰ কবিতা সংগ্ৰহত আছে আৰু ইংৰাজী কবিতাৰ প্ৰভাৱ বহুত কবিতাতে দেখা যায়।

অনুবাদ কৰ্মই দুৱৰাৰ গুৰুত্ব কমোৱা নাই। তেখেতৰ অনুবাদ প্ৰাণহীন নহয়। গুৱলা। অনুৱাদ সুবুলি অনুসৃষ্টিও বুলিব পাৰি। অনুবাদ সজীৱ কৰিবলৈ প্ৰতিভাও লাগে। এটা ভাষাৰ আন এটা ভাষালৈ অনুবাদ জীয়া সাহিত্যৰ লক্ষণ।

দুৱৰাই কৰা ফিট্‌জাৰেলডৰ গুৱলা ভাঙনী ওমৰতীৰ্থ আৰু টুৰ্গেনিভৰ ছাঁলৈ লিখা কথাকবিতাও এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। দুৱৰাই কেৱল এই দুখন পুথিকে থৈ যোৱা হ'লেও তেওঁৰ নাম অসমৰ আধুনিক সাহিত্য বুৰঞ্জীত জিলিকি থাকিলহেঁতেন। তেওঁৰ অনুবাদখিনিৰ মাজেদিও নিজৰ জীৱনৰ আভাস পোৱা যায়।

বিষাদ আৰু নিৰাশা দুৱৰাৰ কবিতাৰ প্ৰধান সুৰ। ৰোমান্টিক কবিসকলৰ দৰেই দুৱৰায়ো নিজৰ জীৱন বুৰঞ্জী কবিতাৰ মাজেদি ব্যক্ত কৰিছে। দুৱৰা অসমৰ একমাত্ৰ ৰোমান্টিক কবি বুলি ক'ব পাৰি, যদিহে বিষাদকেই ৰোমান্টিক কাব্যৰ মূল সুৰ বুলি গণ্য কৰা হয়।

পশ্চিমীয়া ৰোমান্টিক কাব্যত মানুহৰ অপৰিহাৰ্য্য নশ্বৰতা, আত্মাৰ পাৰলৌকিক মুক্তিত সন্দেহ, ইহলোকত আশাভঙ্গ আৰু ব্যৰ্থতা আদি নানা বৰণীয়া বিষাদৰ মূৰ্তি দেখা যায়। ভাৰতীয় সাহিত্যত কৰুণৰস হে আছে, বিষাদ নাই। আশাবাদ ভাৰতীয় সাহিত্যৰ মূল বস্তু। বিষাদযোগ ভাৰতীয়ৰ পক্ষে ক্ষণস্থায়ী।

দুৱৰাৰ বিষাদৰ উদাহৰণস্বৰূপে তলৰ উদ্ধৃতি কেইটাই যথেষ্ট হ'ব যেন লাগে।

কি এটি হেৰাল মোৰ বিচাৰিছো অকাতৰে
পৰ্বতে ভৈয়ামে নামি মানুহৰ ঘৰে ঘৰে।
(পাহৰা সুৰ)

সংগীহীন বিহগীৰ আকুল স্বৰত
আকাশত ভাহি উঠে তান।
(আপোন সুৰ)

চকুলো তুধাৰি মোৰ জীৱন সমল,
আছে আৰু ভগা বীণখনি;
আকুল সুৰেৰে তাত উঠে ঘনে ঘনে
আধা ফুটা বিষাদ-বিননি।
(আদি আৰু অন্ত)

জীৱনৰ দুখৰ ৰাশিৰ এটি এটি
কণা তুলি লৈ,
ৰচো মই অন্তৰৰ গান শুনো তাকে
বহি অকলৈ;
অকলৈ ওমলো-জামলো অকলৈ পাতিছো
সংসাৰ;

অকলৈ শূন্য মন্দিৰত/যাচোঁ মোৰ
হৃদয় সম্ভাৰ। (জীৱনৰ সুৰ)

বিচাৰি ফুৰিছোঁ সেই হেৰোৱা
সপোন অকলৈ জগত মাজত।
( হেৰোৱা সপোন )

"প্ৰকৃত পক্ষে দুৱৰাৰ সৰহভাগ কবিতাই হেৰোৱা সুৰৰ সোঁৱৰণৰ ঝংকাৰ ; সেই হেৰোৱা সুন্দৰ মুহূৰ্তটো যি গ'ল গ'লেই, ঘূৰি আৰু নাহিল। সেই হেৰোৱা আৰু ঘূৰাই নোপোৱাৰ কথাকেই তেওঁ বাৰে বাৰে গাব লাগিছে। সেই কাৰণে দুৱৰাৰ কবিতাত একেটা সুৰ, একেটা কাহিনী। বৈচিত্ৰ্যতাৰ অভাৱ, কিন্তু ভাষাৰ কোমলতাই হে পাঠকক আমনি নলগাকৈ ৰাখিব পাৰে।" ( তীৰ্থনাথ শৰ্মা )

ইংৰাজ কবি শ্বেলিক মাজে মাজে বিসাদ দুৰ্বলতাই হেঁচা মাৰি ধৰে ; কিন্তু তেওঁ অত্যাচাৰী শোষণকাৰীৰ মূৰত অভিশাপ দিছিল, ভণ্ড ধৰ্মধ্বজীৰ মুখা সোলোকাইছিল ; দেশবিদ্ৰোহী বীৰৰ চৰিত্ৰ আঁকিছিল, এখন নতুন পবিত্ৰ সমাজৰ কল্পনা কৰিছিল ( World's great age begins a new. ) If winter comes, an spring be far behind ?

দুৱৰাৰ কবিতাত তেওঁৰ নিজৰ দুখৰ বাহিৰে আন কথাই ঠাই পোৱা নাই। আন কবিসকলৰ দেশপ্ৰেম, আশা, প্ৰেৰণা উৎসাহ-উদ্দীপনা তেওঁৰ কবিতাত আশা কৰিব নালাগে। দীৰ্ঘকাল কলিকতাত থকা সত্ত্বেও দুৱৰাৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ নপৰিল।

জগতৰ আহ্বান কাণত পৰিছে শুনা
কাচি পাৰি সকলোৱে দিহাদিহি যোৱা ;
কবি তেন্তে উঠি আহা, হাতত
বাঁহীটি লৈ
নতুন সুৰেৰে তুমি জগত
জগোৱা।

দুৱৰাৰ কবি জীৱনৰ আৰম্ভণিতে এনে চিন্তা তেওঁৰ মনলৈকো আহিছিল, কিন্তু সি বিষাদৰ চকু পানীত বুৰ গ'ল।

জীৱনৰ বিষাদ-নিৰাশাৰ কথা শুনাবলৈকো আমাক কবি এজন লাগে। প্ৰকাশৰ গুণত অৰমণীয় বিষয়বস্তুৰেও পাঠকক অলৌকিক আহ্লাদ দিব পাৰে।

দুৱৰাৰ অতীতক নাযাবা পাহৰি আৰু অতীতক যোৱাহে পাহৰি এই যুগ্ম কবিতা মানুহে বহু দিনলৈ মনত ৰাখিব। জেতুকাপাতৰ উপমাৰ বাহিৰে তেওঁৰ কবিতাত আঞ্চলিক ৰহন ( local colour ) এক্যো নাই; তথাপিও তেওঁৰ কবিতাৰ অলপো মূল্য কম হোৱা নাই। তেওঁৰ যি নাই নাই; কিন্তু যিখিনি আছে সেইখিনি উপভোগ কৰিবলৈকে সমর্থ হ'ব লাগে।

নিজকে নিঃসঙ্গ বিবেচনা কৰি বিবাদগ্ৰস্ত হৈ থকা কবি ভাৰতত সৰহ নাই; এই তাকৰীয়াসকলৰ মাজত দুৱৰাও এজন। তেওঁৰ বাক্যই তেওঁক জীয়াই ৰাখিব। স্মৰণীয় বাক্যই জগতলৈ কবিৰ অৱদান।

———

## সন্দিকৈৰ সৌঁৱৰণত

সেইসময়ত তেওঁ কোঠালীত কাৰোবাৰ লগত কথা পাতি আছিল। মই দুৱাৰ-মুখৰ ওচৰ পাইছিলোঁ। চকিদাৰ বা আন কোনো মানুহৰ হাতত আনুষ্ঠানিক স্লিপ নিদিয়াকৈয়ে সোমাই যাওঁ। মোৰ এইটো বিশেষ অধিকাৰ আছিল শৰৎকুমাৰ দত্ত আৰু আন দুই এজনৰো তেনে সুবিধা আছিল। মোৰ দৃঢ় বিশ্বাস তেওঁ কিবা গম পাই মাত লগালে, সোমাই আহক। মই সোমোৱাৰ লগে লগেই কথাপাতি থকা মানুহ গৰাকীয়ে তেওঁৰপৰা বিদায় লৈ থিয় হৈছিল। মই সোমোৱা মাত্ৰকে সন্দিকৈয়ে তেওঁৰ লগত মোক চিনাকি কৰি দিলে। তেওঁ আছিল ড° জিতেন্দ্ৰনাথ বন্দ্যোপাধ্যায়। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰাচীন ভাৰতীয় সংস্কৃতি আৰু ইতিহাসৰ বিভাগীয় প্ৰধান হওঁ হওঁ হৈছিল। তেওঁ বোধহয় শিলঙৰপৰা উভতি যাওঁতে সন্দিকৈৰ লগত দেখা কৰিলে।

ড° বন্দ্যোপাধ্যায় যোৱাৰ পিছত সন্দিকৈয়ে মোক ক'লে, 'এওঁ পঁচিশ বছৰৰো অধিক কাল গৱেষণা কৰি 'Indian Iconography' অৰ্থাৎ ভাৰতৰ দেৱপ্ৰতিমা বিষয়ক মূল্যবান গৱেষণা গ্ৰন্থ লিখিছে। ভাৰতৰ তান্ত্ৰিক আৰু বৈদিক তথা পৌৰাণিক ধৰ্ম সম্বন্ধেও গৱেষণামূলক পুথি লিখিছে। আইক'নগ্ৰাফিৰ বিষয়ে লিখা গ্ৰন্থখন তেওঁৰ ডক্টৰেট ডিগ্ৰীৰ নিবন্ধ আছিল। ইয়াৰ পিছত ডক্টৰেট ডিগ্ৰীৰ কথা ওলাল। তেওঁ ক'লে, ডক্টৰেট ডিগ্ৰী লাহে লাহে ভাৰতৰ সকলো বিশ্ববিদ্যালয়তে বৰ সস্তা হৈ যাইছে। বৰ্তমান ডক্টৰেটৰ কাৰণে লিখা প্ৰবন্ধবিলাক চেমিনাৰত লিখা প্ৰবন্ধৰ নিচিনা। এনে প্ৰবন্ধৰ ওপৰত আগেয়ে কলিকতা বিশ্ববিদ্যালয়ে খুব বেছি P. R. S. ( Premchad Roychand Studentship) দিছিল। আমাৰ প্ৰফেচাৰ টমাছ চাহাবেও ( R. R Tomas ) এনে প্ৰবন্ধ P. R. S. হৈছিল।

সন্দিকৈদেৱ সস্তীয়া গৱেষণা প্ৰবন্ধ লিখি বিশেষ উপাধি লোৱা কথাৰ বৰ বিৰোধী আছিল। কিন্তু সমগ্ৰ ভাৰতবৰ্ষত যি এটা একাডেমিক বেংক্ৰাপ্টচিয়ে ( Academic bankruptcy ) দেখা দিছে, তাক বোধ কৰা বৰ টান হৈ পৰিছে। তেওঁ এই বিষয়ত বৰ হতাশ হৈ পৰিছিল। তেওঁ নিজে দুই-তিনিখন কিতাপ লিখিছে। সেয়া হৈছে অনেক বছৰৰ দীঘলীয়া গৱেষণা আৰু অধ্যয়নৰ

ফল। সেইকাৰণে তেওঁ কেৱল লৰালৰিকৈ এটা ডক্টৰেট ডিগ্ৰী লোৱা মানুহতকৈ বিস্তৃত আৰু গভীৰ অধ্যয়নকাৰী লোকক বেছি মূল্য দিছিল। তেওঁ নিজে ভাগ্যক্ৰমে বিশেষ অৱস্থাপন্ন মানুহৰ ঘৰত জন্ম হৈছিল আৰু লগতে তেওঁৰ নিজৰো জ্ঞানস্পৃহা অতি গভীৰ আছিল। এনে সমন্বয় অতি বিৰল। ধন থাকিলেই অনেক ক্ষেত্ৰত জ্ঞানস্পৃহা নেথাকে; আনহাতে আকৌ গভীৰ জ্ঞানস্পৃহা থকা লোকৰো আৰ্থিক অভাৱৰ কাৰণে তেনে জ্ঞানস্পৃহা হৃদয়ত উঠি হৃদয়তে লীন হয়। তেওঁ সদায় দুখ কৰিছিল যে অসমৰ বুদ্ধিমন্ত ল'ৰাবিলাকো অৱস্থাৰ কাৰণে চৰকাৰী বা আন কোনো চাকৰিত শিক্ষা সাং কৰিয়েই সোমাই যাবলগীয়া হয়। তেওঁক প্ৰায়ে দেখা কৰিবলৈ যোৱা মেধাৱী ডেকাকো তেওঁ চাকৰিত যোগ দিবলৈ কৈছিল। কোনো ল'ৰাই কেতিয়াবা কোনো বিষয়ত গৱেষণা আদি আৰম্ভ কৰিলেও তেওঁ বৰ উৎসাহ দিয়া দেখা নগৈছিল। তেওঁ ভাবিছিল যে তেওঁ নিজে যিদৰে যথেষ্ট পৈত্ৰিক ধনৰ গৰাকী হৈ গৱেষণাৰ কাৰণে যথেষ্ট সময় যোগাৰ কৰি ল'ব পাৰিছিল, অসমত আন ল'ৰাই তেনে সুবিধা কৰি ল'ব নোৱাৰিব আৰু তাৰ ফলত যি গৱেষণা গ্ৰন্থ বা প্ৰবন্ধ লিখা হ'ব, সেইবোৰ তেওঁৰ আদৰ্শ অনুযায়ী নহ'ব। গুৱাহাটীত শ্ৰীডিম্বেশ্বৰ শৰ্মা নামৰ এজন সংস্কৃত অধ্যাপকে কালিদাসৰ নাটকৰ সম্পৰ্কে এখন গৱেষণা গ্ৰন্থৰ খচৰা লিখি এবাৰ তেওঁৰ ওচৰলৈ লৈ গৈছিল। এই ডেকা অধ্যাপকজনক তেওঁ কোনোপ্ৰকাৰৰ সহানুভূতি নেদেখুৱালে, কোনো উপদেশো নিদিলে আৰু তেওঁৰ প্ৰবন্ধ অলপ লুটিয়ায়ো নেচাই ঘূৰাই দিলে। অৱশ্যে শেষত শৰ্মাই কলিকতা বিশ্ববিদ্যালয়ৰপৰা সেই একেটা বিষয়তে নিবন্ধ লিখি ডক্টৰেট ডিগ্ৰী পালে।

কিন্তু ভাগ্যৰ এনেহে ফেৰ যে সন্দিকৈ বিশ্ববিদ্যালয়ত থকা কালতেই ডক্টৰেট ডিগ্ৰী দিয়া-লোৱাৰ বেপাৰ আৰম্ভ হ'ল আৰু এই দিয়া লোৱাৰ সোঁত ক্ৰমে বেগবান হৈ বৰ লাগিছে।

সন্দিকৈ ডাঙৰীয়াই বিশ্ববিদ্যালয়ৰ শাসন সংক্ৰান্তত অতি কঠোৰভাৱে নিয়মানুবৰ্তিতা অৱলম্বন কৰিছিল আৰু তেওঁৰ উদাহৰণে আনকো তেনে ধৰণৰ নিষ্ঠা অৱলম্বন কৰিবলৈ বাধ্য কৰিছিল। কটন কলেজৰ অধ্যক্ষৰ যি ডাঙৰ খেৰৰ বঙলাটো (বৰ্তমান খেৰ গুচাই টিন দিছে) সেই বঙলাটো অসম চৰকাৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ নবনিযুক্ত অধ্যক্ষ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ বাসভৱন আৰু নিজৰ কাৰ্য্যালয়ৰ কাৰণে ব্যৱহাৰ কৰিবলৈ দি দিছিল। কটন কলেজৰ তিনি নম্বৰ ছাত্ৰাবাসৰ অধীক্ষকৰ বাসভৱনত বিশ্ববিদ্যালয়ৰ প্ৰথম ৰেজিষ্টাৰ ফণীধৰ দত্ত আছিল।

আনহাতে বিশ্ববিদ্যালয়ৰ ৰেজিষ্টাৰ আৰু সহকাৰী ৰেজিষ্টাৰৰ কাৰ্য্যালয়বিলাক কটন নবছাত্ৰাবাসৰ গাতে লাগি থকা আৰু কিছুদিন আগেয়ে সামৰিক বাহিনীয়ে এৰি থৈ যোৱা কেইটামান ঘৰত বহিছিল। উপাচাৰ্য্যৰ বাসভৱন, ৰেজিষ্টাৰ বাসভৱন আৰু ৰেজিষ্টাৰৰ কাৰ্য্যালয় লগলাগি বুলিব লাগে। ৰেজিষ্টাৰজন তেতিয়া পৰীক্ষাৰ সঞ্চালকো ( Controller of Examination ) আছিল। এইকথা উল্লেখ-যোগ্য যে বিশ্ববিদ্যালয়ৰ গৌৰৱ স্থাপন কৰিবলৈ দত্তই পুৱাৰপৰা মাজনিশালৈকে কঠোৰ পৰিশ্ৰম কৰিছিল। বিশেষকৈ পৰীক্ষাৰ ক্ষেত্ৰত দত্তৰ আশাতুৰীয়া শ্ৰম নোহোৱা হ'লে সন্দিকৈদেৱেও সকলোৰেপৰা আকণ্ঠ প্ৰশংসা নেপালেহেঁতেন। আনজন দত্ত শৰৎকুমাৰো প্ৰথম অৱস্থাত সন্দিকৈৰ বিশ্বস্ত সহায়ক আছিল। ডেপুটি ৰেজিষ্টাৰ শ্ৰীচিদানন্দ দাস ঠিক দহ বজাৰ লগে লগেই আৱশ্যকীয় কাগজপত্ৰ লৈ উপাচাৰ্য্যৰ ঘৰত থকা কাৰ্য্যালয়লৈ গৈছিল। উপাচাৰ্য্য সন্দিকৈয়ে ঠিক দহ বজাৰ লগে লগেই লাগতিয়াল চিঠি-পত্ৰবিলাকৰ উত্তৰ হয় লিপিবদ্ধ কৰিছিল বা মুখেৰে কৈ গৈছিল। যিবিলাক বিষয় কাৰ্য্যনিৰ্বাহক সভাত উত্থাপন কৰিবলগীয়া হয়, সেইবোৰ সম্বন্ধে প্ৰয়োজনীয় নিৰ্দেশ দি দিছিল। সেইদৰে চৰকাৰ বা বিশ্ববিদ্যালয় অনুদান আয়োগৰ লগত কৰিবলগীয়া লিখা-পঢ়া সম্পৰ্কেও তেওঁ উপযুক্ত নিৰ্দেশ দিছিল। কাৰ্য্যনিৰ্বাহকৰ সভা প্ৰায় সঘনে বাহিছিল। সেই সভাত ড° ভুবনেশ্বৰ বৰুৱা সভ্য হৈ আছিল। তেওঁ চৰকাৰ আৰু সন্দিকৈদেৱৰ মাজত এক প্ৰকাৰ যোগসূত্ৰ আছিল। সন্দিকৈদেৱে চৰকাৰী বিষয়া বা মন্ত্ৰীসকলক দেখা কৰিবলৈ নগৈছিল ; বৰং চৰকাৰী বিষয়া বা মন্ত্ৰীসকলেহে কেতিয়াবা তেওঁৰ তালৈ আহিছিল। তেওঁ সদায় নিজৰ আৰু বিশ্ববিদ্যালয়ৰ স্বাধীনতা আৰু স্বতন্ত্ৰতা বিসৰ্জন দিব নোৱাৰিছিল। এই সম্পৰ্কত তেওঁ কেতিয়াবা কেতিয়াবা অস্বস্তি বোধ কৰিছিল। চৰকাৰৰ পক্ষৰপৰা সেইকাৰণে তেওঁক বৰ ভাল নেপালেও তেওঁৰ স্বাধীনচিন্তীয়া গুণক শ্ৰদ্ধা কৰিছিল।

তেওঁ নিজে আগ্ৰহ কৰি প্ৰতি বছৰে চৰকাৰৰ হিচাপ-পৰীক্ষক অনাই বিশ্ব-বিদ্যালয়ৰ হিচাপ পৰীক্ষা কৰাইছিল। হিচাপ পৰীক্ষাৰ আপত্তি আৰু তাৰ যথোচিত উত্তৰসহ গোটেই আৰ্থিক তথ্যপাতি কৰ্টৰ সভা বহাৰ আগতেই সভ্যসকললৈ পঠিয়াইছিল আৰু এই কৰ্টৰ সভা প্ৰতি বছৰে নিয়মমতে বহিছিল। সেই সভাত প্ৰায়ে চেন্সেলাৰে সভাপতিত্ব কৰিছিল। উপাচাৰ্য্যৰ নাম নিৰ্বাচন কৰা কৰ্টৰ সভাত সন্দিকৈ ভাৱৰীয়া উপস্থিত নেথাকিছিল। সেই সভাত হিচাপ-পৰীক্ষকৰ প্ৰতিবেদন আৰু বিশ্ববিদ্যালয় কৰ্টৰ সভাত উপস্থাপন কৰিবলগীয়া সকলো বিষয়ত সকলোৱে

স্বাধীনভাৱে নিজৰ মতামত ব্যক্ত কৰিব পাৰিছিল। সেইসময়ত অৰ্থাৎ সন্দিকৈ থকা সময়ত ইতিহাস বিভাগৰ অধ্যাপক ড° দেৱপ্ৰসাদ বৰুৱাই ( বৰ্তমান ৰাজনীতি বিভাগৰ মুৰব্বী অধ্যাপক ) সক-বৰ সকলো কথাতে সমালোচনা কৰিছিল। কৰ্টৰ সভাত নিজৰ বক্তব্য ৰাখিবলৈ গৈ বহুখিনি সময় এই মুখৰ ডেকাজন লৈছিল যেন মনত পৰে। ড° জ্যোতিষ দাস আৰু হেম বৰুৱায়ো ( পাছলৈ M. P. ) কৰ্টৰ সভাত সদায় মাত দিছিল।

পৰীক্ষা সংক্ৰান্ত কাম-কাজবিলাকত সন্দিকৈ ডাঙৰীয়াই গুৰিবেপৰা অতি শৃঙ্খলা আৰু নিয়মানুবৰ্তিতা প্ৰবৰ্তন কৰিছিল। প্ৰশ্নকৰ্তা আৰু পৰীক্ষক নিয়োগ সম্পৰ্কেও তেওঁ বিশেষ সতৰ্কতা অৱলম্বন কৰিছিল। পৰীক্ষা সম্পৰ্কীয় গোপনীয়তাও অতি কঠোৰভাৱে ৰক্ষা কৰা হৈছিল। বিশ্ববিদ্যালয়ৰ কাৰ্য্যালয়ৰ নিচেই ওচৰতে প্ৰধান পৰীক্ষকসকলে প্ৰতি বছৰে কাম কৰাৰ সুবিধা তেওঁ কৰি দিছিল। তেওঁৰ ব্যক্তিত্বৰ গুণতেই বোধকৰো পৰীক্ষাৰ সকলো কাম নিয়মিতভাৱে আৰু সময়মতে সমাধা কৰা হৈছিল। তেওঁ উপাচাৰ্য্য ৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ আগতে পৰীক্ষাৰ বিভিন্ন কেন্দ্ৰবিলাকত নানা প্ৰকাৰ বিশৃঙ্খলতা দেখা গৈছিল। তেওঁ কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ পিছৰেপৰা বিশেষকৈ মেট্ৰিকুলেচন পৰীক্ষাৰ কেন্দ্ৰবিলাকত নকল কৰাৰ দৰে আন দুৰ্নীতি আৰু বিশৃঙ্খলতাবিলাক নোহোৱা হ'ল। অৱশ্যে আজিকালি আকৌ কিছু বিশৃঙ্খলতাই দেখা দিছে।

প্ৰতি বছৰে বিশ্ববিদ্যালয়ৰ সকলো ছিচাপ-পত্ৰ যথাবিধি পৰীক্ষা কৰোৱাই কৰ্টৰ দ্বাৰা গৃহীত কৰোৱাৰ ফলত চৰকাৰে বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে ছিদ্ৰ বিচাৰি নেপাইছিল। বিশ্ববিত্তালয়ৰ অনেক বিষয়াই তেওঁক কোনোদিনাই বোধহয় দেখা নেপাইছিল, কিন্তু চকুৰে দেখা নোপোৱা সন্দিকৈজন চকুৰে দেখা পোৱাজনতকৈ বেছি প্ৰভাব শালী আছিল। বিষয়াসকলে কামত শিথিলতা নেদেখুৱাইছিল, কিয়নো তেওঁ-লোকক সন্দিকৈৰ চকুৱে চাই থকা যেন ভাবিছিল।

তুচপৰা-এচপৰা মাটি থহিলেও থহনীয়া তেনেকৈ আৰম্ভ হোৱা নাছিল। এই তুচপৰা-এচপৰা কিয় খহিব ? এই কথাটোৱো সন্দিকৈক অস্বস্তি নিদিয়াকৈ থকা নাছিল। কেতিয়াবা দুই-একো চিমেন্টৰ ইফাল-সিফাল হয়। কিয় হব, এইটো চিন্তাৰ বিষয়। বিশ্ববিত্তালয় উচ্চতম বিষয়াসকলে এই সৰু সৰু কথাবিলাকত চকু দি থাকিব নোৱাৰে, অথচ কেতিয়াবা চকুত পৰিলে সেই কথা চিন্তা আৰু যন্ত্ৰণাৰ কাৰণ হয়।

পৰীক্ষা সম্পৰ্কেও তেনে দুই-এটা ঘটনা চকুত পৰিছিল। এজন অতি সাধাৰণ

ছাত্ৰক কোনো এজন অধ্যাপক পৰীক্ষকে স্নাতকোত্তৰ পৰীক্ষাত শতকৰা ৯০ টি ওপৰত বহুৱাই থৈ দিছে। ই Trifle হ'লেও tremendous trifle. কোনোবা এজন অধ্যক্ষই এগৰাকী ছাত্ৰীক অনাৰ্ছ পৰীক্ষাত দুৰ্নীতি অৱলম্বনত সহায় কৰি দিলে। সদায় তৃতীয় বিভাগত পাছ কৰি অহা ছাত্ৰীগৰাকীয়ে এই প্ৰথম শ্ৰেণী পোৱা কথাটো সকলোৱে চকুত পৰে। অধ্যক্ষজনৰ নাম পৰীক্ষকৰ তালিকাৰপৰা বাদ পৰিল কিন্তু সন্দিকৈ অহাৰ পাছতেই এই লোকজন অকল পৰীক্ষকেই নহয়, প্ৰধান পৰীক্ষকো নিযুক্ত হ'ল। অধ্যাপক নিযুক্তিৰ ক্ষেত্ৰতো তেনে বিশৃঙ্খলা বেমেজালি তেওঁ অহাৰ পিছৰপৰাই আৰম্ভ হ'ল। সকলোৱে সন্দিকৈক আৰু এটা কাৰ্য্যকাল (Term) থাকিবলৈ অনুৰোধ কৰিছিল। চৰকাৰেও অনিচ্ছাসত্বেও ইচ্ছা কৰিছিল। তেওঁ দুৰ্যোগৰ পূৰ্বনিমিত্তবোৰ দেখিছিল, গতিকে আৰু থাকিবলৈ ইচ্ছা নকৰিলে। তেওঁ অহাৰ কেইবছৰমান পিছতে বিশ্ববিদ্যালয়ত যি বিস্ফোৰণ ঘটিছিল, সি বিশ্ববিদ্যালয়ৰ অতি আধুনিক বুৰঞ্জী আৰু বিশ্ববিদ্যালয়ৰ আভ্যন্তৰীণ বিকাৰৰ অৱিনাশী ফল।

চক্ৰ অৰ্থাৎ clique বৰ পৰাক্ৰমী। অনুষ্ঠানত চক্ৰ হ'লেই ক্ৰমে দুনীতিৰ শূল প্ৰসাৰিত হয়। এনে চক্ৰ সংগঠনৰ কাৰণেও ডঃ হিৰণ্য ভূঞাৰ দৰে সাধু কৰ্মনিষ্ঠ লোকো বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ পদ ত্যাগ কৰি ওলাই আহিল। এই বিষয়ত তেওঁৰ মনোবৃত্তি সন্দিকৈৰ লগত সম্পূৰ্ণ একে আছিল। বিশ্ববিদ্যালয় তথা বিশ্ববিদ্যালয় স্বীকৃতি কলেজবোৰৰ সম্পৰ্কত চৰকাৰে অনাৱশ্যক আৰু সন্মানহানিকৰ হেতা-ওপৰা লগালেই তেওঁ সদায় বিশ্ববিদ্যালয় এৰিবলৈ সাজু হৈ থাকে। পদৱীৰ মোহ নেথাকিলেহে এনে কথা সম্ভৱ হয়। সৰহভাগ লোকে পদৱীৰ মোহত পৰি নিজৰ মান-সন্মান জলাঞ্জলি দিয়ো পদৱীত কামোৰ মাৰি ধৰি থাকে। এনে লোকক নিজৰ লগৰীয়া কৰ্মী আৰু সাধাৰণ নাগৰিকেও সন্মান বা বিশ্বাস নকৰে। Big institution and little minds go ill together. ডাঙৰ প্ৰতিষ্ঠান আৰু ক্ষুদ্ৰমন একেলগে থাকিব নোৱাৰে। আমাৰ দেশৰ সকলো অনুষ্ঠান সম্পৰ্কে এই আদৰ্শৰ কথা ভাবিবলগীয়া হৈছে। কিন্তু ভাবে বা কোনে? আছে কোন?

সন্দিকৈদেৱ উপাচাৰ্য্য হৈ থাকোঁতেই ক্ষমতাশালী মহলৰ উৎসাহ পোৱা কোনো কোনো লোকে কৰ্টৰ সভ্যসকলক ধৰি-মেলি উপাচাৰ্য্য মনোনীত হবলৈ চেষ্টা কৰা কথা বহুতে জানে। সেইসকলে নিজে আৰু এজেণ্টসকলৰ যোগে ৰাজনৈতিক দাবা খেলৰ প্ৰতিদ্বন্দ্বিতাৰ দৰে ৰাজ্যৰ ইমূৰৰপৰা সিমূৰলৈ কৰ্টৰ সভ্যসকলক লগ ধৰিবৰ ব্যৱস্থা কৰিছিল। এই প্ৰবন্ধ লিখককো এই বিষয়ত সন্দিকৈৰ বিৰোধীতা

কৰিবলৈ শক্তিশালী লোকে কৈ চাইছিল আৰু মোৰ সঁহাৰি নেপাই মোৰ বিৰোধী হৈয়েই পৰিছিল। অৱশ্যে তাৰ ফলো ভোগ কৰিবলগীয়া হৈছিল।

জে. বি. কলেজৰ গৰ্ভধাৰণৰপৰা আৰম্ভ কৰি প্ৰায় পোন্ধৰ বছৰ আৰু বিশ্ববিদ্যালয়ৰ কাৰ্য্যনিৰ্বাহকৰ সদস্য, কৰ্টৰ সদস্য, একাডেমিক কাউন্সিল আৰু ফেকাল্টিৰ সদস্য, প্ৰধান পৰীক্ষক আদি বিভিন্ন পদবীত সন্দিকৈদেৱৰ লগত মই দীঘলীয়া সান্নিধ্যৰ সুবিধা পাইছিলোঁ। মোৰ প্ৰতি তেওঁৰ এটা বিশেষ স্নেহ আছিল যেন অনুমান হয়; কিয়নো তেওঁৰ জীৱনী লিখকক মোৰ কথা বিশেষকৈ কৈছিল, সেই কথা জীৱনীকাৰে লিখিছে। অবৈতনিকভাৱে কাম কৰিও মই অধ্যাপনাত বিশেষ মন দিছিলোঁ। সেই কথা তেওঁ দেখিছিল। ইংৰাজীৰ দৰে অসমীয়াও মই অতি যত্নৰে ভয়তন্নকৈ পঢ়াবলৈ যত্ন কৰিছিলোঁ। আমাৰ এজন ছাত্ৰই অসমীয়াত (আই. এ. পৰীক্ষাত) চাৰিকুৰিৰ অধিক নম্বৰ পাই আমাৰ কলেজৰো গৌৰৱ বঢ়াইছিল। আমাৰ কলেজৰোৰত তেতিয়া অসমীয়া পঢ়োৱাত বিশেষ মন-কাণ নিদিছিল। আই. এ শ্ৰেণীত 'প্ৰতিমা' পঢ়াওঁতে প্ৰতি কবিতাৰ প্ৰতিশব্দৰ অৰ্থ ব্যাখ্যা কৰি আধুনিক অসমীয়া কবিতাৰ বিভিন্ন প্ৰভাৱৰ কথা বুজাবলৈ চেষ্টা কৰিছিলোঁ। বি এ শ্ৰেণীত চুৰবাৰ কথা-কবিতা আৰু শতশত্ৰৰ কবিতা পঢ়াইছিলোঁ। অসমীয়া সাহিত্যকো শ্ৰদ্ধাৰে পঢ়িব লাগে আৰু পঢ়াব লাগে—এই কথা মানুহে বৰকৈ চিন্তা নকৰে।

জে. বি. কলেজত সোমোৱাৰ লগে লগে মই ইংৰাজী (বি গ্ৰুপ) বঙলা, আৰু সংস্কৃতত এম. এ দিবৰ কাৰণে অসমীয়া অধ্যয়ন কৰিলোঁ। সন্দিকৈদেৱে বুদ্ধি-পৰামৰ্শ দি সহায় কৰিছিল।

১৯৪০ চনত পিতৃবিয়োগ হোৱাত আৰু না.। ঘৰুৱা অসুবিধা আৰু ব্যক্তিগত স্বাস্থ্যহানিৰ সন্মুখীন হবলগীয়া হোৱাত এটা পৰীক্ষা দিবলৈ ফিজ দিও পৰীক্ষা দিব পৰা নহ'ল। ইতিমধ্যে যোৰহাটৰ পাৰিপাৰ্শ্বিক অৱস্থাও যুদ্ধৰ কাৰণে প্ৰতিকূল হৈ পৰিল। কলেজ, সাহিত্যসভা সামৰিক কতৃ পক্ষই লোৱাত যোৰহাট থিয়েটাৰ ঘৰত পুৱা ৬ বজাৰ পৰা গধূলি ৫ বজালৈ সকলোবোৰ শ্ৰেণী বহুৱাবলগা হৈছিল। এদিন পুৱা থিয়েটাৰ-ঘৰৰ তগা বেৰেদি কোনোবাই এটা মৰা শিয়াল ভিতৰত পেলাই থৈছিল। মোৰ জেপত থকা আঠ অনা পইচা দি মেথৰৰ হতুৱাই সেই শিয়াল পেলাবলগীয়া হৈছিল। সন্দিকৈয়ে খবৰ পাই ফুলবীয়া ভাত ফেনাইল ছটিয়াই দিয়াৰ ব্যৱস্থা কৰিলে। ইতিমধ্যে সন্দিকৈয়ে দৰ্পণ মেছৰ কাৰত শ্ৰেণী বহুৱাৰ কাৰণে ছুটামান অস্থায়ী ঘৰ সজোৱালে।

তেনে সময়তে নগাওঁ কলেজৰ অধ্যক্ষ নিযুক্ত হৈ নগাওঁলৈ আহোঁ। সন্দিকৈয়ে পেটে-পেটে দুখ পালেও তেওঁ নতুন কলেজ পতাত আনন্দ লাভ কৰিবলৈ মোক ক'লে আৰু যোৰহাট কলেজৰ দুৱাৰ মোৰ কাৰণে তিনিবছৰলৈ মুকলি হৈ থাকিব বুলিও ক'লে।

মই তিনিটা বিষয়ৰ এম. এ -ৰ কাৰণে অধ্যয়ন কৰা কথা তেওঁ জানে। এম. এ. পৰীক্ষা নিদিয়াত তেওঁ বৰ ভাল পালে আৰু ক'লে, আপনি পৰীক্ষা নিদিলেও জানৰ পৰিধি বাঢ়িল। ড° সুনীতি চট্টোপাধ্যায় মহাশয়ে মোক কলিকতাত লগ পাই ক'লে বোলে সন্দিকৈয়ে মোক বৰ ভাল পায় আৰু যোৰহাট কলেজৰ অভাৱ পূৰাব নোৱাৰি; শুনি ভাল লাগিল। ইয়াৰ কেইদিনমানৰ পাছতে কলিকতা বিশ্ববিদ্যালয়ৰ এম. এ পৰীক্ষাৰ পৰীক্ষকৰ নিযুক্তি পত্ৰ আহিল। এই পৰীক্ষকৰ বাব গুৱাহাটী বিশ্ববিদ্যালয়তো ভালেমান দিনলৈকে চলি আছিল। পাছত গুৱাহাটী বিশ্ববিদ্যালয়ে বহু কৃতী ছাত্ৰ উৎপাদন কৰি আমাৰ প্ৰয়োজনীয়তা নথকা কৰিলে। ইয়াৰ আগতে বিশ্ববিদ্যালয়ৰ বি. এ. শ্ৰেণীত অসমীয়া দ্বিতীয় ভাষাৰ পাঠ্য কৰাতো এই পৰীক্ষাৰ প্ৰশ্নকৰ্তা আৰু পৰীক্ষাৰ মাজৰ এজন আছিলোঁ।

মোৰ নিজৰ কথা সৰহকৈ কোৱাটো ঠিক হোৱা নাই। সন্দিকৈদেৱৰ সান্নিধ্যত মই বিশেষ লাভবান হৈছিলোঁ। তাকেহে কব খুজিছোঁ। নানা আৰ্থিক অনাটনৰ মাজত যোৰহাটৰ দৰে এখন সৰু চহৰত এটি সৰু পৰিয়াল সহ জীৱন যাপন কৰা বাহিৰ ফালৰপৰা কষ্টদায়ক হ'লেও অন্তৰত সদায় অধ্যয়ন, অধ্যাপনাই বিমল আনন্দই এৰি নগৈছিল। যোৰহাট কলেজত থকা কালছোৱাত কেইবাটাও বিষয় অধ্যয়নত লাগি থকা সেইসময়ত মোৰ অসমীয়াত লিখা কাৰ্য্য বাধাপ্ৰাপ্ত হৈছিল, তথাপি মাজে-সময়ে যে লিখা নাছিলো এনে নহয়। জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সৰু বাকচ যেন এটা কোঠালীত সোমাই উপনিষদৰ কিছুমান শ্লোকৰ পদ্যানুবাদ কৰিবলৈ চেষ্টা কৰিছিলোঁ। তাৰ কেইটামান পিছত 'কণিকা' নাম দি ছপাই উলিয়াইছিলোঁ। ড° মুকুন্দমাধৱ শৰ্মাই উপনিষদৰ অসমীয়া অনুবাদ প্ৰসঙ্গত এই 'কণিকা'ৰ অকণমান উল্লেখ কৰিছিল।

সন্দিকৈৰ গৌৰৱৰ কাৰণে অকলে তেওঁক প্ৰশংসা কৰাটো ভুল হব। ইয়াৰ ভালেখিনি প্ৰশংসা তেওঁৰ বিদ্যোৎসাহী আৰু দানশীল পিতা ৰাধাকান্ত সন্দিকৈৰো প্ৰাপ্য। তেওঁৰ অজস্ৰ টকাৰ কাৰণেই যোৰহাটৰ দৰে ভাৰতৰ এখন এমূৰীয়া চহৰত নিজৰ ঘৰতেই বিশ্ববিদ্যালয়ৰ এটি ক্ষুদ্ৰ সংস্কৰণ পাতি ল'ব পাৰিছিল। অৱশ্যে সন্দিকৈদেৱৰ জ্ঞানস্পৃহা আৰু মেধাশক্তিক কোনেও অস্বীকাৰ কৰিব

নোৱাৰে। পিতৃৰপৰা এই অৰ্থবল নোপোৱা হ'লে তেওঁ খুব বেছি অকছ্ফৰ্ডৰ এটা ডিগ্ৰী লৈ কোনো কলেজ বা বিশ্ববিদ্যালয়ত কটিনৰ ভলতীয়া হৈ চাকৰি কৰিব লাগিলহেঁতেন। গবেষণা আৰু অধ্যয়নৰ কাৰণে ইমান স্বাধীনতা নেপায়। তেওঁৰ পিতৃৰপৰা সহায় সহানুভূতি নোপোৱা হ'লে সেউজীয়া চাহ বাগিচাৰ মাজৰ বঙলা এটাত কেইখনমান কিতাপ আগত লৈ সময় কটাব পাৰিলেহেঁতেন ; ইমান বিস্তৃত অধ্যয়ন গবেষণাৰ আহৰি নেপায়। গুৱাহাটি বিশ্ববিদ্যালয়ত থকা কেই-বছৰো তেওঁ 'Least productive' বুলি ভাবিছিল।

সন্দিকৈদেৱ অকল পণ্ডিত আৰু প্ৰশাসকেই নহয়, তেখেত সম্পূৰ্ণ জাতীয়তাবাদী আৰু দেশপ্ৰেমিক পুৰুষ। তেওঁ ৰাজহুৱা বিশেষকৈ ৰাজনৈতিক সভাত যোগ দিয়াৰ কথা ভাবিব নোৱাৰিছিল। অৱশ্যে সাহিত্যসভাত আৰু এবাৰ ছাত্ৰ সন্মিলনত সভাপতিত্ব কৰিছিল। ভাৰতৰ জাতীয় কংগ্ৰেছৰ সোণালী জয়ন্তী উপলক্ষে পতা যোৰহাটৰ এখন শিল্প প্ৰদৰ্শনী মুকলি কৰি তেওঁ দুখীয়া মানুহৰ হস্তশিল্পৰ কথা কওঁতে এগৰাকী গ্ৰীক কবিৰ এটা বচন মাতিছিল, সাৰমৰ্ম হ'ল ইংৰাজ কবি ৱৰ্ডছৱৰ্থৰ এই শাৰিটি "Love had he found in huts where poor men lie." অসমৰ বিদেশী বহিষ্কাৰ আন্দোলন সম্পৰ্কে তেখেতৰ স্পষ্ট স্বাধীন মত সকলোৱে জানে। এইজন সন্দিকৈ, এওঁ আধুনিক ভাবৰ মাজত পাশ্চাত্য পৰিবেশত শিক্ষা ললে আৰু গোটেই জীৱন প্ৰাচীন ভাৰতৰ শিক্ষাৰ সৰলতাৰ আদৰ্শ নিজে অৱলম্বন কৰিলে। আধুনিক ভাৰতৰ কাৰণে আদৰ্শ জীৱন।

যোৰহাট কলেজৰ আদিপৰ্বত তেওঁ মাজে-সময়ে আবেলি মোক আৰু অধ্যাপক ৺প্ৰফুল্লপ্ৰাণ চাংকাকতিকো তেওঁৰ তালৈ মাতি পঠিয়াইছিল। উদ্দেশ্য নতুন কলেজৰ বিভিন্ন সমস্যালৈ আলোচনা কৰা। লগতে চাহো খোৱা। তেওঁ চাহত গাখীৰ নেখায়। আলহীক দিয়ে ; কিন্তু তেওঁ চাহত নেমুৰস দি খায়। কেতিয়াবা আমি বেলি পৰিলে অলপ আওহতীয়া আলিয়েদি নগৰৰ বাহিৰলৈকো ঘূৰি ফুৰি কথা পাতি গৈছিলোঁ। তাত তেওঁ ইউৰোপৰ সমাজ আৰু শিক্ষাৰ বিষয়ে বহুত কথা কৈছিল। কেতিয়াবা তেওঁৰ ঘৰৰ আগফালৰ ঘাঁহনিতেই খোজকাঢ় নানা বিষয়ৰ আলাপ হৈছিল। ইউৰোপীয় চৰিত্ৰৰ কৰ্মনিষ্ঠা, একাগ্ৰতা আৰু সাধুতাৰ কথা তেওঁ বিশেষভাৱে উল্লেখ কৰিছিল। ইয়াতেই ভাৰতীয় আৰু পাশ্চাত্য মানুহৰ পাৰ্থক্য। সন্দিকৈৰ কথা ক'লেই তেওঁৰপৰা শুনা বহুত কথাই মনত পৰে। সৰহভাগ পাহৰিছোঁ কিন্তু তাৰ ছাপটো বৈ আছে। অনেক সময়ত মই ইংৰাজী

অনুবাদত পঢ়া বিখ্যাত শ্লোকৰ গ্ৰীক আৰু ফৰাছী মূল তেওঁক আবৃত্তি কৰিবলৈ কৈছিলোঁ। তেওঁ প্ৰায়েই মূল গ্ৰীক আৰু ফৰাছী আবৃত্তি কৰি শুনায়। নজনাটো নাজানো বুলি কৈছিল। তেওঁ আবৃত্তি কৰা ফৰাছী কবি 'Gautier'-ৰ এটা অংশ অসমীয়াত এনে হব :—

নিভাজ কলাই শাশ্বতৰ দাবী কৰে
কালৰ সমুদ্ৰত উটি যোৱা বিপুল
সাম্ৰাজ্য আৰু শক্তিমান সম্ৰাটৰ
চিন এটুকুৰা শিলে ৰাখি হয়।
নিৰক্ষৰ কৃষকৰ নাঙলৰ সীৰলুত
উঠি অহা।
খয় যোৱা ৰূপৰ মুদ্ৰাই সম্ৰাটক ৰক্ষা কৰে।
কালৰ বিক্ৰম দেৱতাৰ ওপৰতো আছে কিন্তু ৰস থকা
ঋষিৰ বাক্যই অমৃতত্ব লাভ কৰে।

## মানবিকবাদী পিতাম্বৰ দেৱগোস্বামীৰ সোঁৱৰণত

গড়মূৰসত্ৰৰ প্ৰয়াত সত্ৰাধিকাৰ স্বৰ্গীয় পিতাম্বৰ দেৱগোস্বামী মধ্যযুগীয় সংস্কৃতিৰ এগৰাকী প্ৰধান বাহক হ'লেও তেখেত মানবিকবাদী পুৰুষ আছিল, তেখেতক **Mediaeval humanist** বুলি কব পাৰি। তেখেতৰ মতে, "কেবলং শাস্ত্ৰমাশ্ৰিত্য ন কৰ্ত্তব্যো বিনিৰ্ণয়ঃ। যুক্তিহীন বিচাৰেতু ধৰ্মহানিঃ প্ৰজায়তে।" কেৱল শাস্ত্ৰকে আশ্ৰয় কৰি কৰ্তব্য নিৰ্ণয় নকৰিব: যুক্তিহীন বিচাৰৰপৰা ধৰ্মৰ হানি হয়। স্মৃতিৰ এই মতেৰেই তেখেতে কালৰ অনুপযোগী কিছুমান মত খণ্ডন কৰিবলৈ প্ৰয়াস কৰিছিল। যুক্তি-নিৰ্ভৰতা মানবিকবাদৰ প্ৰধান লক্ষণ। মানবিকবাদে কেৱল ঐতিহ্য আৰু বিশ্বাসৰ ওপৰতেই নিৰ্ভৰ নকৰে। ৰক্ষণশীলতাৰ প্ৰতীক এগৰাকী ধৰ্মগুৰুৱে এনে অভিনৱ মত ডাঙি ধৰা আধুনিক অসমৰ বুৰঞ্জীত প্ৰথম বুলি ক'ব লাগিব। প্ৰাচীনতাৰ আশ্ৰয়ত আধুনিকতাৰ ডবা বাজে।

মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ আহ্বানত সঁহাৰি দি এই গৰাকী সত্ৰাধিকাৰ সত্ৰৰপৰা বাহিৰ মাজলৈ ওলাই আহে। পৰাধীনতা গুচাবলৈ কৰা সংগ্ৰাম দুস্কৃতিৰ বিৰুদ্ধে সংগ্ৰাম। অসমৰ ধৰ্মপ্ৰাণ ৰাইজক তেখেতে বুজাইছিল—দেশৰ স্বাধীনতা উদ্ধাৰ কৰা ধৰ্মৰ প্ৰথম কৰ্তব্য। অসীম প্ৰতাপী বৃটিছ চৰকাৰৰ বিৰুদ্ধে আন্দোলন কৰি কাৰাবৰণ কৰা ধৰ্মগুৰুৰ সংখ্যা ভাৰতৰ ভিতৰতে বিৰল। ৺পীতাম্বৰ দেৱগোস্বামী এগৰাকী অপূৰ্ব দৃষ্টান্ত। সাধাৰণে ভাবিব নোৱৰা এনে বিশেষ আচৰণৰ কাৰণে বিশেষ নৈতিক বলৰ প্ৰয়োজন হৈছিল। ধৰ্ম এটা পাৰলৌকিক কৰ্তব্যহে; ধৰ্মগুৰুসকলে ঐহিক জীৱনৰ অনুষ্ঠানত ভাগলোৱা যেন এটা পাপহে। আগৰ চিন্তা এনে আছিল।

বৰ্তমান শতাব্দীৰ তৃতীয় দশকত অসমৰ হিন্দু সমাজত, বিশেষকৈ উজনি অসমত মৃতকৰ অশৌচ পালন সম্পৰ্কে দুটা মতৰ সৃষ্টি হৈছিল—এঘাৰদিনীয়া আৰু এমহীয়া। এই আন্দোলনক কেন্দ্ৰ কৰি উদাৰ আৰু ৰক্ষণশীল দলৰ মাজত ঘোৰ তৰ্কাতৰ্কি আৰু বিবাদৰ সৃষ্টি হয়। পীতাম্বৰ দেৱগোস্বামীয়ে সকলো বৰ্ণৰ কাৰণে এঘাৰদিনীয়া অশৌচৰ পক্ষে নিজৰ অনেক শিষ্যৰ বিৰোধিতা সত্বেও সাহসেৰে থিয় দিছিল আৰু তেওঁৰ মতৰ সমৰ্থনত শাস্ত্ৰ আৰু যুক্তি দুয়োটাৰে মত আগবঢ়াইছিল। গোলাঘাটৰ এজন উকীল স্বৰ্গীয় গোপিকাবল্লভ গোস্বামী

এৰাবদিনীয়ৰ পক্ষৰ আন্দোলনৰ পণ্ডিত ( scholar of the movement ) আছিল। এৰাবদিনীয়-এৰহীয়া বিবাদৰ কোঢালৰ শব্দ এতিয়াও মাৰ যোৱা নাই। কোনো কোনো লোকে প্ৰথমে এৰাবদিনীয়া সিদ্ধান্ত গ্ৰহণ কৰি পুনৰ মাহেকীয়ালৈ ঘূৰিও আহিছে। ধৰ্মৰ অতি পুৰণি কটকটীয়া শাসনৰ বিৰুদ্ধে জনমত সৃষ্টি কৰি মানুহৰ স্বাধীন চিন্তা জগাব পৰাটো কম কথা নহয়। ধৰ্ম আৰু সামাজিক বিষয়ত মানুহৰ আচৰণ স্বাভাৱিকে ৰক্ষণশীল। এই ৰক্ষণশীলতাক চিন্তাশীল কৰিব পৰাটো অসমৰ নৱজাগৃতিৰ 'গন্ধাধিবাস' বুলি কব পাৰি।

এই সত্ৰাধিকাৰ গৰাকী যে বহু বিষয়ত উদাৰ মতৰ পোষক, সেই কথা অসমীয়া সমাজে বুজি পালে। জেলত থকা গোঁসায়ে জেলৰ ভিতৰত ভাল বজাই প্ৰসংগ কৰাৰ শব্দ জেলৰ বাহিৰৰ মানুহেও শুনে। পৰ্বত-ভৈয়ামৰ জনজাতিৰ মাজত উদাৰ নামধৰ্ম প্ৰচাৰ কৰা কাৰ্যতো এখেত আগৰণুৱা আছিল। সত্ৰত থকা ভকত সকলোকেই যে উদাসীন বা কেৱলীয়া ( celebrate ) হৈ থাকিবলৈ বাধ্য কৰিব নালাগে এই কথা তেওঁ উপলব্ধি কৰি নিজসত্ৰত গৃহস্থাশ্ৰমী ভকতকো ঠাই দিয়ে। সাহিত্যাচাৰ্য হেমচন্দ্ৰ গোস্বামীদেৱলৈ দিয়া এখন চিঠিৰপৰা জনাযায় তেখেতে নিজেও গৃহস্থাশ্ৰমত প্ৰবেশ কৰাৰ কথা চিন্তা কৰিছিল। ইও কম কথা নাছিল। ৰাজসিক আড়ম্বৰ আৰু ব্যৱহাৰৰপৰা প্ৰয়াত অধিকাৰগৰাকী মুক্ত আছিল। তেখেতৰ বৈষ্ণৱসুলভ সৰলতাৰ সুবিধা লৈ কোনো কোনো তথাকথিত বুদ্ধিজীৱীয়ে সত্ৰৰ মাটি-বাৰি সম্পৰ্কে তেখেতক প্ৰবঞ্চনা কৰিলে; পাছত এই কথা বুজি পাই শিক্ষিত লোকৰ চৰিত্ৰ সম্পৰ্কে তেখেতৰ মত মোহমুক্ত হৈছিল।

গড়মূৰ সত্ৰৰ মাটি-বাৰি অতি সামান্য আছিল, তেতিয়াৰ দিনতো। অৰ্থাৎ spoliation-ৰ পূৰ্বেও। সত্ৰাধিকাৰ গৰাকীয়ে শেষলৈ কষ্ট খাইছিল। শাৰীৰিক অসুস্থতা, দুৰ্বলতাই তেখেতক পীড়া দিছিল। এই লেখকে নগাঁৱৰ ফুলগুৰিত তেখেতে বাহৰ কৰি থকাোতে লগ পাওঁ। তেতিয়া তেখেতে ভাগৱতৰ একাদশস্কন্ধৰ গদ্য অনুবাদ কৰি দুই তিনিখণ্ডমান প্ৰকাশ কৰিছিল। পুৰণি পদভাঙনিত একাদশস্কন্ধৰ এক অংশৰ অনুপস্থিতি লক্ষ্য কৰিবলগীয়া। তেখেতে এইখিনিও অসমীয়ালৈ ভাঙে। ইয়াৰ এক খণ্ডত সাৰ্বজনিক ধৰ্মৰ ( religion of all men ) কথা আছে। মোৰ হাতত এই খণ্ড এতিয়াও আছে। আশাকৰোঁ বাকী খণ্ড কেইটি সত্ৰত আছে।

ফুলগুৰিৰপৰা যোৱা অলপদিনৰ পাছতে তেখেতৰ পৰলোক প্ৰাপ্তি হয়।

আমি ব্ৰাউনিঙৰ গ্ৰামাৰিয়ানৰ কথা পঢ়োঁ, প্ৰশংসা কৰোঁ। পীতাম্বৰ দেৱগোস্বামীৰ কথা নাজানিলেও চলি যায়।

বৰ্তমান যুগত ধন-জন-বিত্তৰ নাথাকিলে তোমাৰ কথালৈ মানুহে কাণ নকৰে। এই অধিকাৰ গৰাকীয়ে বিজনত চিঞৰা মহাপুৰুষৰ দৰে শেষলৈকে মাত মাতিছিল—অপৰিচিতায়। ধৰ্মৰ মানবীয় দিশ এটা আছে আৰু যুক্তিহীনতা যে ধৰ্মৰ ডাঙৰ অন্তৰায় এই কথা সত্ৰাধিকাৰৰ আসনৰপৰা কৈ গ'ল। অসমৰ নৱজাগৃতিৰ আন্দোলনত তেওঁৰ নাম আটাইতকৈ আগত। তেওঁৰ জন্ম শতবাৰ্ষিকীত (১৮ মে' ১৯৮৬) তেওঁৰ পুণ্যস্মৃতি শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। আমাৰ সমাজলৈ পোহৰ আহক।

---

# তিতাবৰীয়া টুলীয়া বিভু পণ্ডিত

লেখা-পঢ়া একো নাজানে, 'ক'ৰ চুক এটাকে চিনি নাপায়। গাঁৱৰ মানুহে পণ্ডিত বুলি মাতে, বোধহয় ঠাট্টা কৰি। চাবেক বিভু নামটো তল পৰিল। খেমালিতে মতা পণ্ডিত নাম গোজেই গছ হ'ল। পণ্ডিত বুলিলেহে সকলোৱে চিনে।

আমাৰ চুবুৰীৰ এৰাবাৰী এখনৰ জুপুৰি এটাত লোমাই থাকে। বয়স একুৰি পাঁচ, ডেৰকুৰি এনেকুৱা। ডেকা মানুহ। অকলশৰীয়া জীৱন। ককাই-ভাই আপোন মানুহ কোনো নাছিল হ'বলা। ঘৰৰ পেটতে এজোপা নগা টেঙা। চ'তৰ বিহুৰ সময়ত টেঙাৰ ভৰত গছ দো খাই থাকে। পকা টুলটুলীয়া নগা-টেঙাৰ লোভত ল'ৰা পণ্ডিতৰ পজাৰ কাষলৈ যায়, কিন্তু পণ্ডিতৰ কঠোৰ ডাবিহকি শুনি আটাইবোৰ ল'ৰা ফিৰিঙতি ভগাদি ভাগে। ময়ো কেতিয়াবা যাওঁ, কিন্তু মোক মৰম লগা মাতেৰে তেওঁৰ ভিতৰত পৰি থোৱা পকা নগাটেঙা চকুৱাৰ মোনা এটাত ভৰাই দিয়ে। আচাৰ কৰিবলৈ আমাৰ ঘৰতো মাজে-সময়ে দি যায়হি। আমাৰ ঘৰত পণ্ডিতে মৰম পায়। চাহপানী এবাটি, লগতে গুড় অকণ। কেতিয়াবা কল-বন এটাও। থাকিলে পিঠাগুৰি আৰু সান্দহ এমুঠিও।

গাঁৱৰ মানুহে পণ্ডিতক পেংলাই কৰে। কোনেও ভাল মাত এষাৰ নিদিয়ে। বিশেষ লেঠা নাথাকিলে পণ্ডিতে মানুহৰ ঘৰলৈ নাযায়। জৰ-নৰীয়া হ'লেও মানুহে পণ্ডিতৰ খবৰ নকৰে। পিতাদেৱে কিন্তু মাজে-সময়ে খবৰ লয়, চাউল-পাত দিও সহায় কৰে।

পণ্ডিতে দেওবাৰে দক্ষিণ হেঙেৰা বা তিতাবৰৰ হাটলৈ যায় আৰু সৰহীয়াকৈ মলাধপাত কিনি আনে। অলপমান থামিবা দিয়া সুগন্ধি ধপাতো আনে। গাঁৱৰ মানুহ প্ৰায়েই ধপতুৱা। প্ৰতিবাৰে এপোৱা আধাপোৱা মলাধপাত সপ্তাহ-টোলৈ পণ্ডিতৰ পৰা কিনে। পণ্ডিতৰ এইটোৱেই লাভৰ ব্যৱসায়। আমাৰ ঘৰতো ধপাত দিয়ে, আলহীয়ে অতিথিয়ে আমাৰ ঘৰত ভালেখিনি ধপাত সপ্তাহত পোৰে। খেতি-বাতিৰ দিনত ধপাতো বেচি লাগে। হালোৱা-পথৰুৱাক দিবলৈ।

পণ্ডিতৰ চকুৱে-মুখে কঠোৰতা এটা আছিল। অকলশৰীয়া নিঃকুটুমীয়া জীৱনৰ চিন হবও পাৰে। কিন্তু হাঁহিৰ ৰেখা এটা যে নাছিল, এনে নহয়। চোলৰ

হাত এটা কৰি যেতিয়া মনলৈ বিজয়ৰ ভাব এটা আহে তেতিয়াই পণ্ডিতৰ মুখত এই হাঁহিটো ওলায়। এনেয়েও কেতিয়াবা মাজে-সময়ে।

পণ্ডিতে পজাৰ মাজত দিনে-ৰাতিয়ে সোমাই থাকিলেও এনেয়ে বহি নাথাকে। ঢোল বজাই থাকে, কিবা এটা অভ্যাস কৰি থাকে। সকলোবে পৰা নিজেই বিত্তাৰ গুৰু। এই অকলশৰীয়া আৰু বাহিৰে কঠুৱা মানুহটোক গঞাবাইজে ভাল নাপায়। কিন্তু বিয়াই-সবাহে আৰু কোনো গোঁসাই মহন্ত গাঁৱৰ নামঘৰত চহৰ ফুৰিবলৈ আহি থাকিলে পণ্ডিতে ঢোলৰ হাত কৰি দেখুৱায়। তেতিয়া কিন্তু ল'ৰা-বুঢ়া সকলোৱে বিভূ পণ্ডিতৰ ঢোলৰ মাতত মুগ্ধ হয়। ভেকুলী বেঙে ভাডিলে গাওঁ ; ধেই ধেই তাঁতৰ খুটা ধেই ধেই দাও, ধেই ধেই তাঁতৰ খুটা ফালিছিৰি খাওঁ। ধুন্দুলি কুটা—ধুন্দুলি কুটা গুদা ধুন্দুলি কুটা—এইবোৰ বোল ঢোলত তোলে। অতি নিখুঁত। সমসাময়িক গান্ধীৰ আহ্বান ঢোলত তুলিছিল—গান্ধীবজাই মাৰিলে টিপা, বিলাতত লৰিল শিপা। ডেকাল'ৰা আহ দলেবলে—নহ'লে যাবি ৰসাতলে। পণ্ডিতলৈ থকা উদাসীনতা অৱজ্ঞা কণ্ঠেকলৈ আঁতৰে। পণ্ডিতে ঢোলতে এনে পাৰ্গতালি কেনেকৈ লাভ কৰিলে কোনেও কব নোৱাৰে। আজি-কালিৰ মৰাই ওজাৰ পাৰ্গতালিতকৈ বিভূ পণ্ডিতৰ হাত কোনো প্ৰকাৰে কম নহয়। এই বিভূ পণ্ডিতৰ বিত্তা গাওঁ-চুবুৰিৰ মাজতে সোমাই থাকিল। বাহিৰত কোনেও গম নাপালে। চাই লাচ্ মাৰ্নাবৰ দৰে গোটেই দিনটো এৰাবাৰী মাজত সক আন্ধাৰ পজাটোত সোমাই থাকে। বোধহয় ঢোলৰ বাজনাৰ অভ্যাস কৰি কটায়। ঢোলতেই বিভূ পণ্ডিতৰ বতি। মানুহে পেংলাই কৰি পণ্ডিত বুলিলেও প্ৰকৃততে বিভূ ওজা পণ্ডিতেই হে আছিল। এটা সাধনা কৰি আছিল।

যোৰহাটত পঢ়ি থাকোতে ঘৰলৈ আহিলে মাজে মাজে লগ পাওঁ। গান্ধীযুগ অহাৰ লগে লগে বিভূ পণ্ডিতৰ দিন আঁতৰিল। গুৱাহাটীত পঢ়ি থাকোতে এবাৰ ঘৰলৈ আহি গম পালো বিভূ পণ্ডিত ক'ৰবালৈ গ'লগৈ। ঢোলটো লৈ গৈছে মাত্ৰ ঢোল আঁৰিথোৱা হাঁকোটাটো থাকি গ'ল। কলৈ গ'ল কোনেও কব নোৱাৰে। নগাটেঙাৰ ওচৰৰ পজাটো এবছৰমানৰ মূৰত ভাগিছিগি গ'ল। মানুহে খৰি খালে।

আধুনিক কবি এগৰাকীয়ে কবিতা এটিও ভিত্তাবৰৰ ঢুলীয়াৰ কথা উল্লেখ কৰিছে। মণ্টেগু-চেম্‌ছফৰ্ডৰ আগৰ বিভূ পণ্ডিত।

———

## সাহিত্য আৰু ৰাজনীতি

কোনোবা অজ্ঞাতনামা টুকৰীয়া কবিৰ অশিক্ষিত পটুতাৰে ৰচনা কৰা মণিৰাম ৰবৰুকনৰ গীত আধুনিক অসমীয়া প্ৰথম ৰোমাণ্টিক কবিতা; সেই কবিতাৰ উপজীব্য হ'ল বুৰঞ্জীৰ বাস্তৱ ঘটনা, এটা ৰাজনৈতিক হত্যা।

কম্বলক এৰিব খুজিলেও কম্বলে নেৰে। বৰ্তমান যুগত গণতন্ত্ৰী ৰাজনীতিয়েই সমাজক পৰিচালনা কৰিছে, সকলো নাগৰিকেই সমাজ আৰু দেশৰ মঙ্গল-অমঙ্গলৰ বাবে দায়ী। ৰাজনীতিক এৰি সেইগুণে বাইজে একমুহূৰ্তত জীয়াই থাকিব নোৱাৰে, ই প্ৰাণ-বস্তু। এনেস্থলত মানুহৰ জীৱনক প্ৰতিনিধিত্ব কৰা জীয়া সাহিত্যই ৰাজনীতিক কেনেকৈ এৰাই যাব? জীৱনৰ বিভিন্ন অংশৰ দৰেই ৰাজনীতি সাহিত্যৰ এটা উপকৰণ।

ৰাজনীতিয়ে ধেমা সাহিত্যক তেজাল কৰে; সাহিত্যই উদ্‌ভ্ৰান্ত ৰাজনীতিক মানৱিকবাদী স্পৰ্শ দিয়ে। আমি সকলোৱেই জানো, আধুনিক কালতো উদাৰ মানৱিকবাদী সাহিত্যিকৰ কণ্ঠৰোধ কৰাৰ নিৰ্মম প্ৰচেষ্টা চলি আছে, আৰু সংকীৰ্ণ স্বাৰ্থপৰ সাম্প্ৰদায়িক ৰাজনীতিৰ হাতত স্বাধীনচিন্তীয়া সাহিত্যিক সততে নিষ্পেষিত হৈছে। The power of the ruling class lies in people's ignorance. প্ৰজাৰ অজ্ঞতাৰ ওপৰতে শাসকৰ ক্ষমতা প্ৰতিষ্ঠিত—এই নীতিৰ ওপৰত আজিও বহুতে বিশ্বাস কৰে।

সাহিত্য এটা শিল্প, শিল্প হৈছে বিভিন্ন উপাদানৰ সংমিশ্ৰণত হোৱা এটা সৃষ্টি। ৰাজনীতি শাস্ত্ৰ এটা বেলেগ শাস্ত্ৰ। সাহিত্যই সেই শাস্ত্ৰক উপাদানৰূপে ব্যৱহাৰ কৰে। মানুহৰ জীৱনৰ লগত, সুখ-দুখ, ভাল-বেয়াৰ লগত জড়িত হৈ থকা সাহিত্যই ৰাজনীতিৰ আদৰ্শ আৰু বাস্তৱক উপযুক্ত পৰিমাণত আৰু আৱশ্যকীয় অনুপাতে প্ৰয়োগ কৰে। ৰাজনীতি শাস্ত্ৰ সাহিত্য নহয়—এই দুটা বেলেগ বস্তু। সাহিত্য আৰু ৰাজনীতিৰ লগত সম্বন্ধ থাকিলেও সাহিত্যই ৰাজনীতিক নিজৰ ৰচনাৰ অভিব্যক্তিৰ লগত খাপখোৱা দ্ৰব্যৰূপেহে ব্যৱহাৰ কৰে। বাৰ্নাড্‌শ্বই লিখা ভালেখিনি নাটকত ৰাজনীতিৰ কথা স্পষ্টকৈ ওলাই থাকে, সেইবুলি তেওঁৰ নাটকৰ কাহিনীৰ সমল হিচাপেহে ৰাজনীতি আছে। অৱশ্যে বাৰ্নাড্‌শ্বৰ ৰাজনৈতিক চিন্তা তেওঁৰ নাটত আছে, আৰু তেওঁৰ নাট উদ্দেশ্যধৰ্মী, সন্দেহ নাই। Shaw-ই

তেওঁৰ নাট যে Drama of thought সেই কথাটো Preface-ত আগতেই লৈ কাঢ়িছে। সেইবুলি তেওঁ সমালোচনাৰ হাত সাৰিব পৰা নাই। আনকি তেওঁৰ নাট নাটেই নহয়, বক্তৃতাহে এইবুলি ভবা মানুহো ঢেৰ আছে। চিন্তা-প্ৰধান সাহিত্যত বিশেষ উদ্দেশ্য থাকিবই, কিন্তু সাহিত্যই যাইকৈ জীৱনৰ গতি আৰু দুৰ্গতিহে প্ৰকাশ কৰে, এই প্ৰকাশ সাহিত্যিকৰ মুখ্য কৰ্তব্য। ৰাজনীতি বা আন উপাদানে সহায়কৰ অংশ গ্ৰহণ কৰে।

সাহিত্য mechanical mixture নহয়, ই chemical compound. সাহিত্যৰ লগত যেতিয়া কোনো উপাদান সম্পূৰ্ণৰূপে মিলি নাযায়, তেতিয়া সেই ব্যৱস্থাত উপাদান সহজে ধৰিব পাৰি। সাহিত্যত বৰ্ণিত ঘটনা আৰু চৰিত্ৰৰ লগত জীন নোযোৱা বস্তু অলপ চালেই ওলাই পৰে। তাজমহল আৰু ভিক্টৰীয়া মেম'ৰিয়েলৰ পাৰ্থক্য অলপ জনা মানুহেও সহজে ধৰিব পাৰে। ৰাজনৈতিক বক্তৃতা আৰু সাংবাদিকৰ বিবৃতিত সাহিত্যৰ ৰস থাকে। এড্‌মাণ্ড বাৰ্কৰ বক্তৃতা সেই সময়ত মানুহে dining bell বুলিছিল, এতিয়া সাহিত্যৰ গুণত সাহিত্য মৰ্যাদা পাইছে। মহাত্মা গান্ধীৰ ৰাজনৈতিক লেখাবোৰ সাহিত্য গুণ সমৃদ্ধ। Lovelaee-ৰ প্ৰেমৰ কবিতাতো ৰাজনৈতিক সম্বন্ধ আছে। (এই বিষয়ে লিখা 'মহাত্মা গান্ধী : সাংবাদিক আৰু সাহিত্যিক' প্ৰবন্ধ চাওক।)

প্ৰকৃত সাহিত্যত সেইগুণে ৰাজনীতি চৰিত্ৰ সৃষ্টি আৰু ঘটনাপ্ৰবাহৰ সহকাৰী উপাদানৰূপে থাকে। কেতিয়াবা ৰাজনীতি অধিক আকৰ্ষক হয়। ছেক্‌ছ্‌পীএৰৰ নাটত ৰাজনীতি সোমাই আছে, কিন্তু ৰচনাৰ অবিচ্ছেদ্য অঙ্গৰূপেহে। নাটবোৰ মানুহৰ কাহিনী, মানুহৰ দুখ-দুৰ্গতিৰ, সুখ-সম্পদৰ কাহিনীয়ে। জুলিয়াছ চীজাৰত ৰাজনীতি অলপ বেছি প্ৰকট হৈ উঠিছে। কিন্তু তাতো বিভিন্ন মানব চৰিত্ৰৰ প্ৰদৰ্শনীয়েহে মানুহক আকৰ্ষণ কৰে। Julius Caesar is humanised history ; জনতাৰ প্ৰতি ঘৃণা এই নাটত ধৰিব পাৰি। একেটা দলতে কেচিয়াছ আৰু ব্ৰুটাছৰ দৰে বিভিন্ন চৰিত্ৰ আৰু আদৰ্শৰ মানুহ কৰিয়ে যাত্তি ধৰিছে। জুলিয়াছ চীজাৰ প্ৰকৃতি ল'বা-চবুা, এণ্টনী চালাক বক্তা, ব্ৰুটাছৰ গৃহিনী পতিপ্ৰাণা ব'ৰৰ তিৰোতা—এইবোৰে পাঠক-দৰ্শকক ৰাজনীতিৰপৰা আঁতৰাই নিয়ে। সংসাৰৰ কঠোৰ বাস্তৱৰ লগত সংঘাতৰ সৃষ্টি হ'লে সজ উদ্দেশ্য থকা আদৰ্শবাদী লোকৰ জীৱন ট্ৰেজেডিত পৰিণত হয়, ব্ৰুটাছ ইয়াৰ প্ৰমাণ। তথাপি নাটৰ শেষত নৈতিক জয়মাল্য নাট্যকাৰে ব্ৰুটাছৰ ডিঙিতে পিন্ধাই দিছে। "This was a man."

জুলিয়াছ চীজাৰৰ পৰিপূৰক নাটক এণ্টনি এণ্ড ক্লিঅ'পেট্ৰাত ৰোম সাম্ৰাজ্য আৰু

প্ৰণয়লীলাই সমান্তৰালভাবে গতি কৰিছে। এফালে ক্লিঅ'পেট্ৰাৰ অনন্ত ৰূপৰ দুৰ্বাৰ আকৰ্ষণ, আনফালে ৰাজ্যশাসন আৰু বিবাহিতা পত্নীৰ প্ৰতি দায়িত্ব—এই দুয়োটাৰ মাজত এফালৰ চতুৰ বক্তা আৰু পাছলৈ মোহমুগ্ধ আৰু শ্ৰীহত এণ্টনি। ছেক্‌ছপিএৰৰ বুৰঞ্জীমূলক নাটক প্ৰায়বোৰতেই যুদ্ধ-বিগ্ৰহ আৰু হত্যাৰ তেজৰ ঢেকা থাকিলেও সেই নাটকবোৰৰ প্ৰকৃত আবেদন বিশ্বজনীন, আৰু ফলষ্টাফৰ কাহিনীৰ দৰে হাঁহি-চকুলো সামৰা কথাইহে বুৰঞ্জীমূলক নাটককেইখনৰ গৌৰৱ বঢ়াইছে। এজন বিখ্যাত পণ্ডিতে সেইগুণে এই নাটবোৰৰ এটা আখ্যা দিছে—Irony of kingship—ৰজা হোৱাৰ বিড়ম্বনা। ৰবীন্দ্ৰনাথৰ 'ঘৰে-বাইৰে' ব্ৰাউনিঙৰ Ring and the Book-ৰ আৰ্হিত লিখা এখন জটিল উপন্যাস; কিন্তু তাত বৰ্তমান ভাৰতৰ প্ৰথম অৱস্থাৰ ৰাজনৈতিক ব্যৱহাৰৰ এটা শক্তিয়ে কাম কৰা দেখুৱাইছে তাক সিয়ান পাঠকে সহজে ধৰিব পাৰে।

যোৱা শতিকাত কোনোবা এগৰাকী লোকে এটা কথা কৈছিল বোলে পৰাধীন জাতিৰ ৰাজনীতি থাকিব নোৱাৰে। পৰাধীন জাতিৰ নিজৰ শাসনব্যৱস্থা পাতি লোৱাৰ কোনো স্বাধীনতা নাই। সেই হিচাপে এই কথাষাৰত সত্য আছে, কিন্তু পৰৰ অধীনত থকা জাতিবিলাকৰ যিবোৰ অৱদমিত ৰাজনৈতিক আকাঙ্ক্ষা আছে, সেইবিলাক উৰাই দিব নোৱাৰি। স্বৰূপাৰ্থত পৰাধীন জাতিৰ মাজত স্বাধীনতা উদ্ধাৰৰ আকাঙ্ক্ষাই সময়ত ঘোৰৰূপ লয়, আৰু জাতিৰ এই মনস্তত্ব কোনো কোনো সাহিত্যিকৰ সাহিত্যত ৰূপায়িত হোৱা দেখা যায়। নিজৰ জাতিৰ অতীত গৌৰৱ আৰু জাতিৰ স্বাধীনতাৰ প্ৰতি আকুল আকাঙ্ক্ষা কবিতা-নাটকত প্ৰচ্ছন্নভাৱে হ'লেও প্ৰকাশ পায়। আধুনিক ভাৰতীয় সাহিত্যাই এই কথাৰ যথেষ্ট প্ৰমাণ দিয়ে।

———

## মানুহ শ্ৰীকৃষ্ণ

***And yet the sages speak of him as ageless and unborn.***

***—A.E.***

শ্ৰীকৃষ্ণক ভগৱন্ত বুলি ভাৰতৰ মানুহে পূজা কৰিলেও তেওঁৰ মনুষ্যৰূপ আৰু চৰিত্ৰইহে তেওঁক সমাজৰ সকলো স্তৰতে জনপ্ৰিয় কৰি তুলিছে। সাধাৰণ মানুহৰ কৰ্তব্য, ধৰ্ম, কামনা-বাসনা, সাংসাৰিকতা আদি সকলোবোৰ গুণৰ তেওঁৰ গাত সমাৱেশ; বাস্তৱ জীৱন আৰু আদৰ্শ জীৱন তেওঁৰ গাত সম পৰিমাণে সোমাই আছে। ভাগৱতৰ দশম স্কন্ধৰ এটা অধ্যায়ত তেওঁৰ জীৱনযাত্ৰাৰ এটা স্পষ্ট ছবি আঁকিছে। উপলক্ষ্য নাৰদৰ কৃষ্ণদৰ্শন। এই অধ্যায়ৰপৰা ভাগৱতৰ যুগৰ বা গুপ্তযুগৰ জীৱন-আদৰ্শ, গৃহস্থী অভিজাতবংশীয় মানুহৰ দৈনন্দিন জীৱন আৰু চৰিত্ৰৰ কথা জানিব পাৰি।

অগৰু ধূপৰ ধূম্ৰ মনোহৰ

কুম্ভাক্ষ জালে বজায়,

গৃহৰ উপৰে .........শৃঙ্গ

মৈৰা থাকে তাত পৰি;

মেঘ বুলি তাক অগৰু ধূম্ৰক

নাচে আতি নৃত্য কৰি।

ভাগৱত পুৰাণকাৰৰ এই বৰ্ণনাৰ লগত মেঘদূতৰ অনুৰূপ বৰ্ণনা লক্ষ্য কৰিবলগীয়া। পুৰাণকাৰৰ প্ৰভাৱ নে কালিদাসৰ প্ৰভাৱ?

ৰুক্মিণীৰ লগত বহি থকা শ্ৰীকৃষ্ণই নাৰদক দেখামাত্ৰেই উঠি আহি নাৰদৰ চৰণত প্ৰণাম কৰিছে আৰু তেওঁৰ ভৰি ধুৱাই শিষ্টাচাৰৰ আহি দাঙি ধৰিছে।

আন এঘৰত সোমাই নাৰদে দেখে সত্যভামাৰ লগত শ্ৰীকৃষ্ণই পাশা খেলি আছে, ওচৰত উদ্ধৱ। শ্ৰীকৃষ্ণই ততালিকে উঠি আহি মুনিক নিজৰ আসনত বহুৱাই যথাযোগ্য পূজা কৰিছে।

আন এঠাইত নাৰদে দেখিলে কৃষ্ণই কেঁচুৱা ল'ৰা-ছোৱালী কোলাত লৈ ওমলাইছে। কোনো ঘৰত দেখিলে কৃষ্ণ গা ধুবলৈ ওলাইছে, কোনো এঠাইত আকৌ তেওঁ গা-ধুই তৰ্পণ কৰিছে। কোনো এঠাইত হোম কৰিছে। কোনোবা

এঠাইত ব্ৰাহ্মণ-বৈষ্ণৱক ভোজন কৰাইছে। কোনো এঠাইত তেওঁ মৌন হৈ সন্ধ্যা উপাসনা কৰিছে। আন এঠাইত তেওঁ খড়্গ-চৰ্ম ধৰি যুদ্ধৰে অভ্যাস কৰিছে। এঠাইত তেওঁ হাতীত উঠি ফুৰিছে, এঠাইত তেওঁ ঘোঁৰাত উঠি ফুৰিছে। কোনো এঠাইত তেওঁ বিশ্ৰাম কৰিছে, নট-ভাটে স্তুতিগীত গাইছে। আন এটা কোঠাত তেওঁ উদ্ধৱ আদি মন্ত্ৰীবৰ্গৰ লগতে ৰাষ্ট্ৰৰ সমস্যা আলোচনা কৰিছে। এঠাইত তেওঁ জলক্ৰীড়া কৰিছে। কোনো এঠাইত তেওঁ ধেনুদান কৰিছে, কোনো এঠাইত ইতিহাস-পুৰাণ শুনিছে। কোনো এটা ঘৰত তেওঁ ভাৰ্য্যাৰ লগত ৰসিকতা কৰিছে। কোনো এঠাইত অৰ্থ-কাম শাস্ত্ৰৰ আলোচনাত যোগ দিছে। কোনো এঠাইত মন্দিৰত বহি তেওঁ পৰমব্ৰহ্মক ধ্যান কৰিছে। ক'ৰবাত তেওঁ পিতৃ-মাতৃ গুৰুজনক সন্তোষ দিছে, কোনো ঠাইত যুঁজ সন্ধিৰ কথাত লিপ্ত আছে। ক'ৰবাত আকৌ তেওঁ দেশৰ কল্যাণৰ কথা বন্ধুসকলৰ লগত চিন্তা কৰিছে।

কোনোবা এঠাইত তেওঁ ভালদৰা চাই কন্যা সম্প্ৰদান কৰিছে; ল'ৰালৈ বোৱাৰী কৰাই আনিছে। বোৱাৰীক ঘৰলৈ আদৰি সুমাইছে, জীয়ৰীক চকুপানী টোকি শাহুৰী ঘৰলৈ পঠাইছে।

কোনো ঠাইত যজ্ঞ কৰিছে, কোনো ঠাইত তেওঁ ঘোঁৰাত উঠি মৃগয়া কৰিছে। কেতিয়াবা নগৰৰ বাট ওলাই মানুহৰ কথাবাৰ্তা শুনি ফুৰিছে।

গীতাত শ্ৰীকৃষ্ণই যি আদৰ্শ ক্ষত্ৰিয় তথা অন্যলোকৰ কাৰণে ডাঙি ধৰিছে, ভাগৱততো ঠিক তাকেই ভাগৱত পুৰাণকাৰে আঁকি দেখুৱাইছে। সম্পূৰ্ণ গৃহী, সাংসাৰিক দুখ-আনন্দৰ প্ৰতি বিতৃষ্ণ নহয়; অথচ নিজকে ব্ৰহ্মত অৰ্পণ কৰি জীৱন-ধাৰণ কৰিছে সেই গৃহীৰ আদৰ্শ কৃষ্ণৰ জীৱনতো ভাগৱতে দাঙি ধৰিছে। আমাৰ দৰেই গৃহকৰ্ম আৰু দুখ-সুখত লিপ্ত মানুহ, কিন্তু নিজক জগতৰ কল্যাণৰ লৈতে সংযুক্ত কৰি লৈছে। এয়ে কৃষ্ণৰ আদৰ্শ। ব্ৰহ্মনিষ্ঠ গৃহস্থী। মানৱিক-বাদী কৃষ্ণ—delightful কৃষ্ণ। বসুদেৱ সুত, জগদানন্দ কৃষ্ণ। A. E. ছদ্মনামধাৰী এগৰাকী পশ্চিমৰ মিষ্টিক কবিয়ে কৃষ্ণৰ বিষয়ে এটি কবিতাত লিখিছে—যশোদাই প্ৰভাতত পুত্ৰৰ মুখমণ্ডল নিৰীক্ষণ কৰি আনন্দত পুলকিত হয়; তথাপি ঋষি মুনিসকলে তেওঁকে পুৰাণপুৰুষ জন্মৰহিত বুলি বৰ্ণনা কৰে।

———

## ধৰ্ম আৰু গণতন্ত্ৰ

পৃথিৱীত নানা ধৰ্মৰ মানুহ আছে। দেখাত ইটো ধৰ্মৰ লগত সিটো ধৰ্ম বেলেগ যেন লাগে। কিন্তু বাকলিটো বেলেগ হ'লেও সাৰটো সকলোৰে একে। বেদ-বাইবেল, গীতা-ভাগৱত, পুৰাণ-কোৰাণ সকলোতে মূল সত্য এটা মাথোন। সেই সত্য হ'ল—সকলো মানুহ একে; সকলো একে ঈশ্বৰৰ সন্তান, সকলোৰে অন্তৰত একেজনা ঈশ্বৰেই বিৰাজ কৰি আছে। মানুহৰ প্ৰতি সদ্ভাৱ আৰু প্ৰীতি সকলো ধৰ্মৰে মাই শিক্ষা। "সকলো মানুহেই বন্ধু, তিনিও ভুবন আমাৰ ঘৰ"—শঙ্কৰাচাৰ্য্য বোলা এজন সাধক দাৰ্শনিকে বহুত কালৰ পূৰ্বেই এই কথা কৈ গৈছে। "মোৰ পিতৃৰ ঘৰ এটা মাথোন, তাৰে পৃথক পৃথক বহুত কোঠালি"— যীশুখৃষ্টই এইদৰে কৈছিল।

দেশ-কাল অনুসৰি ধৰ্মৰ বাহ্যিক অনুষ্ঠান বেলেগ হ'ব পাৰে; কিন্তু সকলো ধৰ্মৰ বাণী একেটাই। সেইবাণী বিশ্বজনীন প্ৰীতিৰ বাণী। উদাৰ আৰু মহৎলোকে বিভিন্ন মানুহৰ ঐক্যটো দেখে; সংকীৰ্ণমনা মানুহৰ চকু বাহিৰৰ পাৰ্থক্যৰ ওপৰত পৰে। আচলতে জগতত ধৰ্ম একেটাই। যিজনে সঁচাসঁচিকৈ নিজ ধৰ্মৰ নীতি মানি চলে, তেওঁ আন ধৰ্মও মানি চলে। কিয়নো সকলো ধৰ্মৰে মূলনীতি একে।

এজন চুফি সাধকে কৈছে, বিভিন্নতাবোধ ইতৰ জন্তুৰ স্বভাৱ; সকলোকে একে দেখা, সকলোলৈকে দয়া-সহানুভূতি থকাটোৱেহে মানুহৰ চিন। 'ইন্‌ছান্' শব্দই সকলোৰে বন্ধু বুজায়। অৰ্থাৎ শব্দৰ অৰ্থও সেয়েই। যাৰ ওচৰলৈ দুখত পৰা মানুহ সহায়ৰ কাৰণে আহে, তেৱেঁই আৰ্য্য। সকলো ভূতত একেটা শক্তিয়েই প্ৰবাহিত হৈ আছে। যি এই কথা বুজি সেইমতে আচৰণ কৰে তেওঁ প্ৰকৃত ধাৰ্মিক। যি লোকে সদায় বিভিন্নতাকেহে দেখে তেওঁ নিম্নস্তৰৰ মানুহ।

আচাৰ-অনুষ্ঠান বেলেগ বেলেগ যুগত, বেলেগ বেলেগ দেশত সুকীয়া সুকীয়া। একে আচাৰ-অনুষ্ঠান চিৰকলীয়া হৈ থাকিব নোৱাৰে। আজি যিটো আচাৰ, কাইলৈ সেইটোৱেই অনাচাৰ হব পাৰে। আচাৰ-অনুষ্ঠান দুদিনীয়া, ধৰ্ম খিলজীয়া। সকলো জীৱৰ মাজত ঐক্যৰ অনুভূতিহে প্ৰকৃত সনাতন ধৰ্ম।

জ্ঞানীলোকে ধৰ্মৰ মুখ্য অংশ আৰু গৌণ অংশ বুলি দুটা ভাগ কৰে। আচাৰ-অনুষ্ঠান গৌণ, বিশ্বানুভূতি আৰু বিশ্বপ্ৰীতি মুখ্য। জালালুদ্দীন কমি বোলা এগৰাকি সন্তই কৈছিল, "ধৰ্মৰ মাজৰ মজ্জাখিনি মই উলিয়াই লৈছো। ভকান

হাড়বোৰ ৰাখিয়াই পেলাইছো।" ইয়াত তুকান হাড়ৰ দ্বাৰাই বাহ্যিক আচৰণ বা অনুষ্ঠানৰ কথাকে কৈছে। মক্কা শব্দই সকলো ধৰ্মৰ মূলনীতি বিশ্বজনীন প্ৰেম-প্ৰীতিৰ কথা বুজাইছে। দেশ আৰু ৰুচি অনুসৰি আচাৰ-অনুষ্ঠান পালন কৰাত বাধা নাই; কিন্তু ধৰ্মৰ মূল লক্ষ্যলৈ চকু ৰখাহে আই কথা। জীৱটোৱহে আদৰ, ভেলটোৰ মূল্য কি?

আমি দুটাশব্দ সদায় শুনি আছো, এটা ইংৰাজী 'ৰিলিজিয়ান' আৰু আনটো সংস্কৃত 'ধৰ্ম'। 'ৰিলিজিয়ান' শব্দটো এটা লেটিন্ শব্দৰপৰা ওলাইছে। ইয়াৰ অৰ্থ হ'ল 'বান্ধি থোৱা' অৰ্থাৎ ঈশ্বৰ আৰু সমাজৰ লগত যি অনুষ্ঠানে আমাক বান্ধি থয়। সংস্কৃত 'ধৰ্ম' শব্দয়ো প্ৰায় একে কথাকে বুজায়। ধৰ্মই সমাজক ধৰি ৰাখে। ধৰি ৰাখিব পৰা গুণকেই ধৰ্ম বোলে। যাৰ গুণত সংঘৰ্ষ আৰু বিভেদ আঁতৰে, যাৰ প্ৰভাৱত মানুহে নিজৰ ঐক্য অনুভৱ কৰিব পাৰে সেয়েই ধৰ্ম।

জগতত শান্তি আৰু ঐক্য স্থাপন মানৱ সভ্যতাৰ লক্ষ্য। উচ্চ সভ্যতা স্থাপন কৰি তাক স্থায়ী কৰিবলৈ হ'লে মানুহে ধৰ্মৰ মূলকথাখিনি বুজি সেই মতে আচৰণ কৰিব লাগিব। ঐহিক উন্নতি আৰু আত্মাৰ উন্নতি দুয়োটাৰ কাৰণেই ধৰ্ম লাগে। এই মানৱ ধৰ্ম হ'ল বিশ্বজনীন ভ্ৰাতৃত্ব আৰু প্ৰীতি। আজিকালি গণতান্ত্ৰিক অধিকাৰৰ যুগ। কিন্তু এই গণতন্ত্ৰৰ কৃতকাৰ্য্যতা মানুহৰ পাৰস্পৰিক প্ৰীতি আৰু সহযোগিতাৰ ওপৰতহে নিৰ্ভৰ কৰে। এই সহযোগিতা কোনেও গাৰ বলেৰে সৃষ্টি কৰিব নোৱাৰে। আইন প্ৰণয়ন কৰি মানুহক দয়ালু, সহিষ্ণু আৰু সাধু কৰিব নোৱাৰি। অথচ এই আটাইবোৰ গুণ গণতান্ত্ৰিক সমাজ গঠনৰ কাৰণে অত্যন্ত আৱশ্যক। প্ৰকৃত ধৰ্ম পালনৰ ফলতহে এই গুণবোৰ লাভ কৰিব পাৰি। ধৰ্ম সেইগুণে বৰ্তমান জগতৰ প্ৰধান অৱলম্বন। সাধু নাগৰিক গণতন্ত্ৰৰ অপৰিহাৰ্য্য উপাদান।

বৰ্তমান ভাৰতৰ এগৰাকী বিখ্যাত মনীষী দাৰ্শনিক শ্ৰীৰাধাকৃষ্ণনে কয়, "গণতন্ত্ৰ, স্বাধীনতা আৰু সামাজিক উন্নতিৰ লগত ধৰ্মৰ প্ৰকৃত আদৰ্শ জড়িত। ৰাজনৈতিক স্বাধীনতা, সামাজিক প্ৰগতি সকলোৱেই প্ৰকৃত ধৰ্ম পালনৰহে ফল। কেৱল সাংসাৰিক সম্পদ বঢ়াই গৈ ধৰ্মলৈ পিঠি দিলে আমাৰ সভ্যতাই অকনো শান্তি আনিব নোৱাৰে।"

—ভাগৱতৰ একাদশ স্কন্ধত* যি সাৰ্বৱৰ্ণিক ধৰ্মৰ কথা কৈছে সেয়া সমগ্ৰ জগতৰে ধৰ্ম। এই আদৰ্শই কেতিয়াবা পৃথিৱীৰ সকলো মানুহক ঐক্যৰ সূতাৰে গাঁথিব পাৰে।

* ভাগৱত পুৰাণ ১১।

## ভাষাৰ কথা

মানুহৰ ভাষা আছে, ইচ্ছামতে মানুহে মিছা কথাও কব পাৰে—ইতৰ জন্তুৰ লগত মানুহৰ পাৰ্থক্য এইখিনিতে। ইতৰ জন্তুৰ ভাষা নোহোৱা নহয়, কিন্তু আই প্ৰকৃতিয়ে সেই মাতৰ সীমা বান্ধি দিলে, সীমাৰ বাহিৰে সিহঁতে নিজৰ ইচ্ছা-মতে ভাষাৰ ব্যৱহাৰ কৰিব নোৱাৰে। সৃষ্টিৰ লগে লগে চৰায়ে যি কেইটা সৰল গীত-মাত শিকিলে তাকেহে এতিয়াও গাই থাকে। আমাৰ চৰাই কবিসকলে তাকে শুনি অভিভূত হৈ কবিতা ৰচনা কৰি আছে। চৰাইৰ মাজৰপৰা ডেভিড্, তানছেন, মীৰাবাঈ, Mozart ওলোৱা নাই—সিঁহতে বৃহতী, পূৰবী, ছনাচা, বৰাঝি সৃষ্টি কৰিব পৰা নাই।

পাখিৰে দিয়েছ গান
গায় সেই গান,
তাৰ বেশি কাৰ না সে দান—(ৰবীন্দ্ৰনাথ)

জীৱনৰ সকলো ক্ষেত্ৰতে ভাষাৰ অপব্যৱহাৰ সূৰ্য্যোদয়ৰ লগে লগেই শুনা যায়। ৰাতিপুৱা ৰেডিঅ'ৰ বাতৰি আৰম্ভ হ'লেই কিছুমান মিছা শব্দৰ বৃষ্টি হয়, যেনে—বদ্ধপৰিকৰ, দৃঢ়সংকল্প, দায়বদ্ধ ইত্যাদি। মানুহে এইবোৰ শব্দ বিশ্বাস কৰিবলৈ এৰি দিছে—কোনোমতে সহ্য কৰি থাকে।

খৃষ্টিয়ানসকলৰ ধৰ্মপুথিয়ে কোৱামতে পৃথিৱীৰ সকলো মানুহৰ ভাষা সুদূৰ অতীতৰ একালত একেটাই আছিল। সেই গুণে মানুহৰ মাজত ঐক্যও আছিল। এবাৰ সকলো মানুহ একেঠাইত গোটখাই আলোচনা কৰি স্বৰ্গ ঢুকি পোৱাকৈ ঘৰ এটা সাজিবলৈ আৰম্ভ কৰিলে। কামত আগো বাঢ়িল। ক্ষমতাপ্ৰিয় গোঁসায়ে মানুহবোৰৰ এনে অতপালি দেখি চিন্তা কৰিলে, কেনেকৈ মানুহৰ মাজত দন্দ্ লগাই দিব পাৰি। ভালেখিনি পৰ ভাবি চিন্তি গোঁসায়ে মানুহৰ ভাষা এটা গুচাই অনেক কৰি দিলে। সেই ভাষা বেলেগ হ'ল, মানুহেও ইটোৱে সিটোক নুবুজা হ'ল কাজিয়া লাগিল। স্বৰ্গলৈ টোৱাই সজা দলটো আধা সজা হৈয়ে ৰ'ল। মানুহৰ মাজত বিভেদৰ সৃষ্টি কৰি গৰাকীজনৰ মনত ৰং লাগিল। মানুহজাতি আৰু একগোট হৈ ব্ৰহ্মাণ্ডৰ অধিকাৰীৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিব নোৱাৰে। বেলেগ বেলেগ দলৰ বেলেগ বেলেগ মাত, বেলেগ বেলেগ ভাষা হ'ল। একেভাষা

হোৱাহেঁতেন তুলনামূলক ভাষা আৰু ধ্বনিতত্ত্বৰ গবেষণা কৰি পণ্ডিতে মৰ্য্যাদাসূচক উপাধি লব নোৱাৰিলেহেঁতেন।

অসম আৰু বঙ্গ উচৰাউচৰি অঞ্চল। ইয়াতে মানুহৰ কথা বিভিন্ন—একেটা বস্তুকে অসমীয়াই 'পানী' বোলে। বঙালীয়ে 'জল' বোলে, অসমীয়াই 'জুই' বোলে, বঙালীয়ে 'আগুন' বোলে। এটা সৰু তালিকাৰপৰা এনে মাতৰ বিভিন্নতা বুজিব পাৰিব :

| অসমীয়া | বঙালী | অসমীয়া | বঙালী |
|---|---|---|---|
| জোন | চাঁদ | চুৰিয়া | ধুতি |
| ককাই | দাদা | গোঁসাইঘৰ | ঠাকুৰঘৰ |
| চেলেং | চাদৰ | চাকি | পিদিম |
| সকাম | ক্রিয়াকর্ম | আখল | হেঁশেল |
| সাধুকথা | ৰূপকথা | মাটিমাহ | কলাই |
| আগুা | তৰকাৰী | গা বেয়া | শৰীৰ খাৰাপ |
| নাও 'বুৰে' | ডুবে | গাৰু | বালিশ |
| ঔটেঙা | চালতা | ধপাত | তামাক, |

প্ৰাকৃতৰ যোগেদি সংস্কৃতৰ পৰা উদ্ভৱ হোৱা উচৰাউচৰি দুটা ভাষাৰ মাজতে মাতৰ ইমান পাৰ্থক্য, অঞ্চলভেদে সেই প্ৰাকৃতৰে বেলেগ ৰূপ। এটা গোষ্ঠীৰ মাজত এটা বিশেষ শব্দৰ প্ৰচলন আৰু এই শব্দই সেই আঞ্চলিক গোষ্ঠীৰ বিশিষ্টতা।

এটা জনগোষ্ঠীৰ মাজত এটা ভাষা। এটা বস্তুক কোনোৱে 'জল' বোলে, কোনোৱে 'ৱাটাৰ' (water) বোলে; এটা জন্তুক কোনোৱে 'দগ্' (dog), কোনোৱে 'কুকুৰ'; এটা গ্ৰহক কোনোৱে জোন বা চন্দ্ৰ, কোনোৱে মুন্ ( moon ); কোনোৱে এটা জন্তুক চৰাই, পক্ষী, কোনোৱে বাৰ্ড, কোনোৱে 'ভোগেল' ( vogel )। এটা শব্দই এটা বস্তু বুজায়, গোষ্ঠীৰ সকলোৱে বুজে। সমাজখনৰ কাৰণে, জাতটোৰ কাৰণে ভাষাৰ আৱশ্যক, অকলশৰীয়াই ভাষা নাই। ক্ৰাইচেক লগ নোপোৱালৈকে ক্ৰচ'ৰ ভাষাৰ দৰকাৰ নাছিল।

কিছুমান ভাব ঠাৰে চিয়াৰে, হাত-চকু-মুখেৰে প্ৰকাশ কৰে। প্ৰেমিক-প্ৰমিকাই চকুৰেই কথা পাতে—চকুৱে চকুৱে চাই চকু-কথা পাতোঁতেই ( পদ্মনাথ )। মিচিকীয়া হাঁহি বা চকুৰ পানী বা হমুনিয়াহেৰেও মনৰ ভাব প্ৰকাশ কৰিব পাৰে 'হমুনিয়া একোটিয়েই অসাধ্য সাধিব। সাতকাণ্ড ৰামায়ণ কয়'—( দুৰ্গেশ্বৰ ) চকু-মুখ-হাতৰ ভাষা সহায় থাকিব। নৃত্য ইয়াৰ প্ৰমাণ।

অকল বেহা-বেপাৰ আৰু শাসনকাৰ্য্যই ভাষাৰ উদ্দেশ্য নহয়। ভাষাৰ কাম চিন্তাৰ প্ৰকাশ বুলি কয়। অকল চিন্তা বুলিলেও ভুল হব। ভাষা সম্পূৰ্ণ জীৱনৰ (Totality of life) অংশ, জীৱনৰ বিভিন্ন বিষয় ভাষাই প্ৰকাশ কৰে। অনুৰোধ কৰা, আশীৰ্বাদ দিয়া, সাও দিয়া, গালিপৰা, সমালোচনা কৰা, আত্মপ্ৰশংসা আৰু পৰনিন্দা কৰা, দেৱদেৱীৰ স্তুতি কৰা। তাৰ উপৰিও এটা ভাষাৰপৰা আন এটালৈ অনুবাদ কৰা; মানুহৰ লগত ৰং-ধেমালি, ঠাট্টা-মস্কৰা কৰা; চৰকাৰক হুকুম দিয়া, কোনো ঘটনাৰ বৰ্ণনা কৰা, মানুহৰ লগত সুখ-দুখৰ কথা পতা, গুপুত কথা কোৱা আৰু শোৱা, মৰম-চেনেহৰ আদান-প্ৰদান কৰ আদি এশ এটা কাম ভাষাৰ সহায়ত আমি কৰিব লাগিছোঁ। ভাষাৰ সহায়ত এইবোৰ হৈ আছে—ধৰ্ম-দৰ্শন-ৰাজনীতিৰ উপৰিও, কবিতা-সঙ্গীতৰ উপৰিও।

ইতিপূৰ্বে কৈ আহিছোঁ, একোটা ভাষা গোষ্ঠীয়ে ( Speech Community ) কিছুমান পদাৰ্থ ( Percept and concept ) বুজাবলৈ কিছুমান শব্দ গ্ৰহণ কৰি লয়, তেওঁবিলাকৰ মাজত এইবিলাক শব্দৰ ব্যৱহাৰ হয়। এনে কিছুমান শব্দ আছে যিবোৰ পৃথিৱীত বহুত অঞ্চলতে ব্যৱহাৰ হয়—ইয়াৰ ভিতৰত বৈজ্ঞানিক শব্দই সৰহ।

এটাতকৈ অধিক শব্দৰ সমষ্টি আছে, সেইবিলাক কোনো অঞ্চলত বিশেষ অৰ্থত প্ৰয়োগ কৰা হয়। এইবিলাক ইডিয়ম্ idiom বা বিশিষ্টাৰ্থক শব্দগুচ্ছ। উদাহৰণ-স্বৰূপে অসমীয়াত প্ৰচলিত তেনে কিছুমান বিশিষ্টাৰ্থক শব্দগুচ্ছ দিব পাৰি—মূৰমৰিল, চকুপোৰে, সত্ৰএৰা, অপহুতা, আজুৰা, জালুকখোৱা, তপত পিড় দিয়া, তৰা-নবা ছিঙা, হজ কৰা, পথাখোৱা, হৰমোহন দিয়া, শিশুপাল খেদা, পাগৰ ব্ৰাহিৰ, পকামুগা, গাত বিহ লগা, ভেকাধনি লগা, লেটা কুন্দোৱা, দবকধৰা, কলাখাৰ, খেকেৰা ফুল, গাত গামোচা লোৱা, গায়ন গোৱা ইত্যাদি। এই বিশিষ্টাৰ্থক শব্দগুচ্ছৰ অসমীয়া মানুহৰ মাজত ব্যৱহাৰ হয়। অসমীয়া মানুহৰ ভাষাৰ এইবোৰ বিশেষত্ব। আনৰ মাজত এইবোৰ অতুৰা ঠাঁচৰ প্ৰচলন নাই। অসমীয়া মানুহৰ ধৰ্মীয় আৰু সামাজিক জীৱন, আচাৰ-ব্যৱহাৰ, উৎসৱ, সাহিত্য আদিৰ লগত এনে অতুৰা ঠাঁচৰ অঙ্গাঙ্গী সম্বন্ধ।

এসময়ত বঙ্গদেশৰ কিছু অংশ, ত্ৰিপুৰা, শ্ৰীহট্টকে ধৰি গোটেই ব্ৰহ্মপুত্ৰ উপত্যকাত অসম কামৰূপী ভাষাৰ প্ৰচলন আছিল। কমতাপুৰ, বৰাহী-কছাৰী কোচ-আহোম ৰজাৰ পৃষ্ঠপোষকতা পাই অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি হৈছিল। কালক্ৰমত অসমীয়া ভাষাৰ গণ্ডী ঠেক হৈ আহিল। অসমীয়া ভাষা তথা সংস্কৃতি

সাহিত্যৰ অস্তিত্ব কাৰণেই বুজিব লগা হৈছে। ৰাজনৈতিক ক্ষমতা লাভ কৰিব নোৱাৰিলে আজিকালিৰ যুগত কোনো অনুষ্ঠানে সজীৱ আৰু সক্ৰিয় হব নোৱাৰে। বৰ্তমান সময়ত অসমীয়া মানুহৰ প্ৰতিনিধিৰ দ্বাৰাই গঠিত শাসনযন্ত্ৰই অসমীয়া ভাষাক ৰাজ্যৰ শাসনত ভাষাৰূপে গ্ৰহণ কৰি শাসনৰ সকলো বিভাগতে অসমীয়া ভাষাৰ অকুণ্ঠ প্ৰচলনৰ ব্যৱস্থা ল'ব লগা হৈছে। যি অঞ্চলত যি ভাষাৰ সহায়ত শাসনকাৰ্য্য চলে সেই অঞ্চলৰ নাগৰিকসকলবো সেই ভাষা আয়ত্ব কৰা কৰ্ত্তব্য। এয়ে নহ'লে ঐক্য-বিধায়ক ভাষাৰ প্ৰতি আনুগত্য নথকা বুজায় আৰু নাগৰিকৰ মাজত ঐক্যৰ বন্ধনো শিথিল হৈ যায়। যি ঠাইত দীৰ্ঘকাল থাকে, য'ত থাকি জীৱিকা উপাৰ্জন কৰে সেই ঠাইৰ ভাষাৰ প্ৰতি অৱমাননা দেখুউৱা ভাবিব নোৱাৰা কথা।

বহুত সম্প্ৰদায়ৰে নিজৰ ধৰ্মীয় ভাষা আছে। মুছলমানসকলৰ ধৰ্মীয় অনুষ্ঠানৰ ভাষা আৰবী, সেই'টেই পৃথিৱীত মুছলমানসকলে আৰবী ভাষাৰ মাধ্যমত কোৰাণ পাঠ কৰে। সেই বুলি তেওঁলোকে নিজে বাস কৰি থকা অঞ্চলবিলাকত ভাষাৰ অলপো অৱহেলা নকৰেই, সেইবিলাক যত্নৰে অধ্যয়ন কৰি তাৰ উন্নতি সাধন কৰে। অসমৰ আহোমসকলক নিজৰ ধৰ্মীয় অনুষ্ঠান কিছুমানত টাই ভাষাৰ ব্যৱহাৰ কৰিলেও অসমীয়া তেওঁলোকৰ জাতীয় ভাষা আৰু নামঘৰবৰপৰা বিছতলীলৈকে অসমীয়া ভাষাৰহে ব্যৱহাৰ কৰে। অসমীয়া সাহিত্যলৈ তেওঁলোকৰ অৱদান শকত। এই দেশলৈ আহিয়েই তেওঁলোকে অসমীয়া ভাষা গ্ৰহণ কৰে। তেওঁলোকৰ প্ৰৱৰ্তিত বুৰঞ্জী অসমীয়াৰ পৰম সম্পদ।

অসমীয়া ভাষা আৰু সাহিত্য বিভিন্ন সম্প্ৰদায়ৰ সহযোগ আৰু অৱদানত হৈ উঠিছে। লুইতৰ সোঁত ওলোটাই বোৱাবলৈ চেষ্টা কৰাটো বিষম কথা। ইয়াৰ-পৰা সমূহীয়া ক্ষতিহে হব পাৰে। শাসন আৰু বৈজ্ঞানিক প্ৰযুক্তি সম্বন্ধীয় কৰ্মত অসমত অসমীয়া ভাষা অপৰিহাৰ্য্য। এইবিলাকত অৱশ্যে কাব্য আৰু সঙ্গীতৰ ব্যঞ্জনাত্মক ভাষাৰ প্ৰয়োজন নাই, লাগে স্পষ্ট, অৰ্থবহ আৰু বহুজনৰ বোধ্যভাষা। জাতীয় চৰিত্ৰ জাতীয় ভাষা-সাহিত্যৰ যোগনীয়া উৎস।

———

# বুদ্ধিজীৱী

আমি বহুতেই বুদ্ধিজীৱী বুলি বেজ ( Badge ) এটা গাত লগাই লওঁ। আচলতে আমি বুদ্ধিজীৱী হওঁ নে নহওঁ বৰ ঠিক নাই ; কিন্তু আমি চালাক হ'বলৈ যত্ন কৰোঁ। সংসাৰ ক্ষেত্ৰত চালাকিৰ প্ৰয়োজন পদে পদে। আজি-কালিৰ যুগত চালাক নোহোৱা মানুহক কোনেও গণ্য নকৰে। অৱশ্যে সীমাৰ ভিতৰত যদি চালাকি থাকে, তাক বুদ্ধি বুলি কব লাগিব। সাংসাৰিক মানুহৰ এইটো সাধাৰণ গুণ। চালাকি অভকতীয়া হ'লে ই সমাজৰ পক্ষে মাৰাত্মক হৈ উঠে, আমি বহুতে এই ঘটনা দিনৌ দেখিব লাগিছো, আৰু নিঃসহায় হৈ চাই আছো। এই চালাকিয়েই সমাজত আদৰণিৰ শৰাই পায়। মৰা সাপটো ভেট্‌ নোহোৱা মানুহ বৰ্তমান যুগৰ অযোগ্য। যোগ্যভোগ্যা বসুন্ধৰা—The fittest survive. বুদ্ধিজীৱী শব্দটো হেমকোষত নাই আৰু হেমকোষৰ ছাঁলৈ লিখা চন্দ্ৰকান্ত অভিধানতো নাই। সংস্কৃত ভাষাতো এই শব্দৰ ব্যৱহাৰ বিৰল। এখন সংস্কৃত অভিধানত বুদ্ধিজীৱীৰ অৰ্থ যুক্তিবাদী বুলি কৈছে। সাংখ্যদৰ্শনৰ বিশ্লেষণ কাৰ্য্যত বুদ্ধি এটা মাইলৰ খুটি। বেদান্তীয়ে বুদ্ধি অহংকাৰ সত্যৰ আবৰণ বুলি ভাবে।

আধুনিক যুগত সাংবাদিকসকলেহে এই শব্দ জনপ্ৰিয় কৰে আৰু গোটেই ভাৰতত ইয়াৰ ব্যৱহাৰ বাঢ়িবলৈ ধৰে। ভাৰতে স্বাধীনতা পোৱাৰ পাছৰে পৰা। ইণ্টেলিজেঞ্চিয়া শব্দটো ৰাচিয়াত ওলায় বুলি অনুমান কৰে। যিসকলে ছোভিয়েট আদৰ্শ অনুসৰণ কৰে তেওঁলোক বুদ্ধিমান আৰু বুদ্ধিজীৱী, ক্ৰমে এই শব্দ ব্যাপক অৰ্থত ব্যৱহাৰ হবলৈ ধৰে। শিক্ষিত enlightened মানুহ, লোকমত গঠন কৰি জনসমাজক পথ দেখুৱাব পৰা মানুহ, বহুত বিষয়ত জ্ঞান থকা মানুহ, এইবিলাকক বুদ্ধিজীৱী intelligentsia বোলা হ'ল। পাছলৈ এই শব্দই লিখা-পঢ়া কৰি তাক ভঙাই খাব পৰা বুধিয়ক মানুহ মাত্ৰেই বুদ্ধিজীৱী হৈ পৰিল। বুদ্ধিৰে জীৱিকা অৰ্জন কৰা লোকো বুদ্ধিজীৱী। নিজৰ দেহাৰ ব্যৱসায় কৰি খোৱা এক শ্ৰেণীক আমি দেহোপজীৱিনী বুলি কওঁ। নিজৰ চালাকিৰে খোৱাসকল এই-বিলাকতকৈ কিমান ওপৰত ?

আনৰ অপকাৰ নোহোৱাকৈ চালাকিৰ সহায়ত আপুনি সংসাৰত চৰি ফুৰিব পাৰে, সেইটো বিশেষ আপত্তিৰ কথা নহয়। কিন্তু নিজকে বুদ্ধিজীৱী বুলি যহাই

কুৰাটোহে ঠিক কথা নহয়। সংসাৰত বুদ্ধিজীৱী নোহোৱা নহয়; কিন্তু সংখ্যা অতি কম। নিষ্প হ হৈ সংসাৰত লোক সংগ্ৰহৰ কাৰণে কাম কৰি যাওক, আৰু সম্মুখত অন্যায় দেখিলে নিষ্ক্ৰিয় হৈ নাথাকিব, থাকিলে প্ৰত্যবায়গ্ৰস্ত হব। গীতাৰ কথাত এনে লোকেই বুদ্ধিমান্ মনুষ্যেষু (৪।১৮), জগতত বুদ্ধিমান বা বুদ্ধিজীৱী। আমি চালাক, আমাৰ সংখ্যাই গৰিষ্ঠ। চালাক আৰু বুদ্ধিমানৰ পাৰ্থক্য প্ৰকৃত গণতন্ত্ৰৰ পৰিচয়।

স্বাধীনচিন্তীয়া বিপ্লৱী চিন্তা কৰা সাহসী লোককো বুদ্ধিমান বুলি কয়। কিন্তু আচল বিপ্লৱী মানে পৰম ত্যাগী—ভবিষ্যৎ মঙ্গলৰ কাৰণে ত্যাগী। গীতাৰ কথা; গীতাৰ বুলিয়েই নহয়, যুক্তিযুক্ত।

———

# কবিতাৰ অধ্যাপনা

মদাৰ গছৰ পাণ পৰাটো টান কাম নহয়। কবিতাৰ অধ্যাপনা তাতকৈ বহু গুনে কঠিন। অধ্যাপনাৰ কাৰণে বিস্তীৰ্ণ আৰু গভীৰ অধ্যয়ন লাগেই, কবিজনৰ অনুভূতি আৰু চিন্তা পথত প্ৰবেশ কৰি কবিৰ সমানে যাব পৰা হব লাগে। কথাটো অলপো সহজ নহয়। কাব্য অধ্যাপনা কৰা লোক নিজেয়ে সহৃদয় হব লাগিবই, আনকো তেওঁৰ লগলৈ টানি আনিব পৰা হ'ব লাগিব। সহৃদয় হবলৈকো সুদীৰ্ঘ আৰু একনিষ্ঠ সাধনাৰ আৱশ্যক।

নগাঁৱত উমানাথ গোহাঞি নামৰ এজন চব-ডেপুটী কালেক্টৰ আছিল। তেওঁ ই. এ চি. লৈ প্ৰমোচন পাই যোৰহাটত কেইবছৰমান আছিল। তেতিয়া মই যোৰহাট জে. বি. কলেজত। গোহাঞিদেও মোৰ তালৈ মাজে-সময়ে যায়, আৰু তেওঁ গল্ডেন ট্ৰেজাৰীৰ পৰা কবিতা আবৃত্তি কৰে। ৱাৰ্ডছৱাৰ্থ, কীটছ, শেলী প্ৰকৃতিৰ কবিতাৰ আলোচনাও মোৰ লগত কৰে। এনে কবিতা-প্ৰিয় হাকিম বিৰল। মোৰ বৰ ভাল লাগিল। আদবয়সতো, চাকৰিয়াল জীৱনৰ শেষ অৱস্থাতো তেওঁ কলেজত পঢ়োৱা কবিতাৰ কথা পাহৰা নাই। বৰ্তমান শতিকাৰ প্ৰথম দশকত তেওঁ কলিকতাৰ স্কটিছ চাৰ্চ কলেজত বি এ. পঢ়িছিল। তেওঁক পঢ়োৱা অধ্যাপকসকলৰ সৰহ ভাগেই মিছনাৰী মানুহ। এই অধ্যাপক-সকলে পঢ়োৱা কবিতাৰ কথা তেওঁ জীৱনত পাহৰা নাই। কবিতাৰ আনন্দ উপভোগ কৰিব পৰা ক্ষমতা অধ্যাপকসকলে তেওঁৰ মনত ৰোপণ কৰি দিছিল। সেই কালত কলিকতাৰ কলেজবিলাকত তেনে শিক্ষক আছিল; আমাৰো এই এজনক পাবৰ সৌভাগ্য হৈছিল।

ৰবীন্দ্ৰনাথে তেওঁৰ আত্মজীৱনীৰ এঠাইত অধ্যাপক হেন্‌ৰী মৰ্লিৰ কথা কৈছে। কবিয়ে লণ্ডন বিশ্ববিদ্যালয়ত ভৰ্তি হৈ অলপ দিন অধ্যাপক মৰ্লিৰ ছাত্ৰ হবলৈ পাইছিল। অধ্যাপকে ইংৰাজী সাহিত্যৰ অধ্যাপনা কৰে। এওঁৰ অধ্যাপনাক ৰবীন্দ্ৰনাথে সৃষ্টিশীল অধ্যাপনা ( creative teaching ) বুলি কৈছে। এনে শিক্ষক আদৰ্শ শিক্ষক। সকলোৱে এই সন্মান ল'ব নোৱাৰে। কিন্তু আমাৰ শিক্ষকসকলৰ মনতো এনে এটা আদৰ্শ থকা উচিত। আদৰ্শ অৱশ্যে সদায় কৰায়ত্ত নহয়।

কবিতাত সাধাৰণতে তিনিটা উপাদানৰ সমন্বয় ঘটে—চিত্র, সঙ্গীত আৰু মনন শব্দ, অৰ্থ আৰু ব্যঞ্জনা—এই তিনিটাৰ ৰাসায়নিক সংমিশ্রণ বুলিও কাব্যৰ কথা কোৱা হয়। ইয়াৰ অতিৰিক্ত ব্যঞ্জনা বা ধ্বনি বুলিও এটা কথা আছে।

কবিতাৰ প্ৰধান গুণ সঙ্গীতধৰ্মিতা—এই গুণে মানুহক প্ৰধানকৈ আকৰ্ষণ কৰে। নুবুজা কবিতাও বুজা যেন লাগে কাব্যৰ এই সঙ্গীতধৰ্মিতাৰ গুণত। আধুনিক কবিতাৰপৰা সঙ্গীতৰ পৰিমাণ কমি গ'লেও কবিতাৰ লয় এটা থাকে,—Rnythm এটা থাকে।

কবিতাৰ বিষয়বস্তু সাধাৰণ পাঠকৰ কাৰণে বেছি প্ৰয়োজনীয় উপাদান। কবিয়ে যি কৈছে, তেওঁবিলাক তাতে সন্তুষ্ট। কবিৰ ভঙ্গী, ইঙ্গিত, গূঢ় অৰ্থ আদি তেওঁলোকে নিবিচাৰে। কবিয়ে কি কব খুজিছে, এই বিষয়ে আমি বেছি আগ্ৰহী। তেওঁৰ কোৱাৰ ভঙ্গী আৰু গূঢ় অৰ্থ আমি নিবিচাৰোঁ। বৰ্তমান অধ্যাপনাত বিষয়বস্তুৰ প্ৰতি বেছি মনোযোগ দিয়া হয়। এইটো সত্য কথা যে আমি আজিকালি পৰীক্ষাৰ সম্ভাব্য প্ৰশ্নৰ উত্তৰ স্বৰূপেহে পাঠ দান কৰোঁ, কবিতাৰ সৌন্দৰ্য্য বা নান্দনিক মূল্যলৈ চকু দিয়াৰ সময় আৰু পৰিৱেশ নাই। পৰীক্ষা সেই গুণ কাব্যৰ অধিষ্ঠাত্ৰীৰ গুৰিত অপৰাধী। প্ৰকাশভঙ্গী আৰু ৰস-ব্যঞ্জনাৰ কথা পৰীক্ষাত নাহে ; গতিকে এইবিলাক বিষয়ত অধ্যাপনাও নহয়।

কবিতাৰ জাত নাই, কবিৰহে জাত আছে। কবিতাৰ শ্ৰেণীবিভাগ অহঙ্কাৰী পণ্ডিতৰ এটা উদ্ভগুলি বুলিও কব পাৰি। কবিয়ে ৰোমাণ্টিক বা ক্লাছিক নিলিখে, কবিতাহে লিখে। প্ৰত্যেক কবিতা কবিৰ অধ্যয়ন, চৰিত্ৰ আৰু জীৱন-দৰ্শন পৰিচায়ক। মিল্টনৰ কবিতা তেওঁৰ বিস্তৃত অধ্যয়ন। খ্ৰীষ্টান আদৰ্শ আৰু স্বাধীন মনৰ পৰিচায়ক। জীৱনৰ দুখ-দুৰ্গতি আৰু ব্যৰ্থতাৰ কৰুণ স্ৰোত এটি তেওঁৰ কবিতাৰ মাজেদি বৈ গৈছে। শ্বেলীৰ জীৱনটো শ্বেলীৰ কবিতাৰ মাজেদি প্ৰকাশ পাইছে, লগতে সমসাময়িক য়ুৰোপৰ ঘটনাপূৰ্ণ বুৰঞ্জী। ভাৰতীয় সংস্কৃতিৰ মূল কথা ৰবীন্দ্ৰনাথৰ কবিতাৰ থাই বস্তু। তেওঁৰ কবিতাত পূব আৰু পশ্চিমৰ দুটা ধাৰা সংযোগ কৰিব পাৰি। কবিৰ চৰিত্ৰ অধ্যয়ন প্ৰকৃত কাব্যত অধ্যয়ন। কবিৰ একোটা শব্দ বা একোটা শব্দগুচ্ছৰ ব্যৱহাৰে তেওঁৰ জীৱনৰ এটুকুৰা পাঠকৰ আগত দাঙি ধৰে। আনহাতে জীৱনৰ বিভিন্ন অৱস্থাৰ প্ৰতিকৃতিও কাব্যত ওলাই পৰে। কবিতাৰ পাঠকজন কবিৰ স্থানত বহি ল'ব পাৰিলেহে কবিতাৰ মাজত সোমোৱা সম্ভৱ হয়। স্কুলত পঢ়োতে কোনোবা এখন কিতাপত পঢ়া এটা কথা মনত আছে, "When! Want to read a book, Write it

myself". ইয়াৰ অৰ্থ এইটোৱেই যে গ্ৰন্থকাৰে কিতাপখন ৰচনা কৰোতে যি অভিজ্ঞতা আৰু বিদ্যা-বুদ্ধিৰ ব্যৱহাৰ কৰিছিল, পাঠকৰো সিমানখিনি অভিজ্ঞতা আৰু জ্ঞান হ'লেহে সেই গ্ৰন্থৰ প্ৰকৃত জ্ঞান লাভ কৰিব পাৰে। আজিকালি কিতাপৰ সংখ্যা বাঢ়িছে, পাঠকৰ সংখ্যা বাঢ়িছে, কিন্তু পাঠক গ্ৰন্থকাৰৰ ঠাইত বহিব পৰা হৈছে নে নাই, সন্দেহৰ কথা।

ভালেখিনি উচ্চ সাহিত্য দেশ আৰু কালৰপৰা চালে আমাৰ বহু দূৰত। ৰামায়ণ, মহাভাৰত, কালিদেশ আমাৰ পৰা দূৰ ; হ'মাৰ, ডাণ্টে, ছেক্সপীয়েৰো দূৰ। দূৰৰ গ্ৰহ-নক্ষত্ৰ দূৰবীণ যন্ত্ৰৰ সহায়েৰে চোৱাৰ দৰে এই দূৰণিৰ গ্ৰন্থবোৰ দেশ-কালৰ পটভূমিত চাব লাগে। সেই উদ্দেশ্যে কিছু জ্ঞান আহৰণো কৰিব লাগে ; তেতিয়াহে কাব্য স্পষ্ট হয়। কালিদাসৰ কাৰণে গুপ্ত যুগৰ ইতিহাস জনা আৱশ্যক। লগে লগে ভাৰতীয় উপনিষদ, দৰ্শন, ধৰ্ম আৰু জ্যোতিষ আদিৰ কিছু জ্ঞান আৱশ্যক। কালিদাসৰ কাব্যত জ্যোতিষৰ কথা প্ৰায় পোৱা যায়— "চিত্ৰাচন্দ্ৰমসৌৰিব" ( ৰঘুবংশ ১ম সৰ্গ )। মিল্টনৰ কাব্যৰ উপলব্ধিৰ কাৰণেও প্ৰাচীন গ্ৰীকৰ মান সাহিত্যৰ অলপ জ্ঞান, খ্ৰীষ্টান ধৰ্মৰ বিষয়ে কিছু ধাৰণা আৰু সমসাময়িক ইংলণ্ডৰ ৰাজনীতিৰ কথা অতি আৱশ্যক। ৰবীন্দ্ৰনাথৰ কাব্য উপলব্ধিৰ কাৰণে ভাৰতীয় সাহিত্য, দৰ্শনৰ উপৰিও বাৰ্গছৰ ( Bergsons ) দৰ্শন, আধুনিক বিজ্ঞানৰ কথা জনা আৱশ্যক। পুৰণি অসমীয়া সাহিত্যৰ কাৰণে ভাগৱত পুৰাণৰ বিশেষ জ্ঞান, ভাৰতীয় দৰ্শনৰো জ্ঞান প্ৰয়োজনীয়। আধুনিক অসমীয়া কাব্যত প্ৰৱেশ কৰিবলৈ ভাৰতীয় আৰু পাশ্চাত্য দুয়োবিধ সাহিত্যৰ লগত পৰিচয় অপৰিহাৰ্য্য।

বৰ্তমান কালত দৰ্শন, বিজ্ঞান আৰু কাব্যৰ সম্বন্ধ ঘনিষ্ঠ হৈ আহিছে। বিজ্ঞান দৰ্শনৰ আধুনিকতম বিষয়বোৰো কাব্যই আত্মসাৎ কৰিছে।

সাহিত্য বস্তুটোৰ অধ্যয়নেই তুলনামূলক অধ্যয়ন। মানুহ জাতি মাকুলীয়াল হৈ থাকিব নোৱাৰে ; গোটেই জগতৰ লগত মানুহৰ সম্পৰ্ক। এই সম্পৰ্ক সাহিত্যৰ মাধ্যমত যিমান সম্ভৱ, আন কোনো প্ৰকাৰেই নহয়। সাহিত্য তথা কাব্যই দেশখন একে কৰি বান্ধি থয়। ইংৰাজী বা বঙলা বা অসমীয়া সাহিত্য বুলি একো বস্তু নাই ; ইংৰাজী ভাষাত লিখা সাহিত্য, বঙলা ভাষাত লিখা সাহিত্য, অসমীয়া ভাষাত লিখা সাহিত্য। সাহিত্য সকলো মানুহকে স্পৰ্শ কৰিব পৰা শক্তি ; এই শক্তি থাকিলেই সাহিত্য হয়, সি যি ভাষাৰেই নহওক।

এতিয়া আকৌ কাব্যৰ কথালৈ আহোঁ, কাব্য অধ্যয়ন-অধ্যাপনাৰ ক্ষেত্ৰত

দীঘলীয়া অনুশীলনৰ প্ৰয়োজন। আমাৰ পণ্ডিতসকলে কয়—“আবৃত্তিঃ সৰ্ব-শাস্ত্ৰানাং বোধাদপি গৰীয়সী”—ঘনে ঘনে আবৃত্তি কৰি থকাটো শাস্ত্ৰ বুজি পোৱাতকৈ গুৰুত্বপূৰ্ণ। কাব্য-শাস্ত্ৰত এই কথা বিশেষকৈ খাটে। আজিকালি কাব্যত ছন্দ নাথাকিলেও লয় থাকে। এই লয় ৰাখি আবৃত্তি কৰিলেহে কাব্যৰ মৰ্মত প্ৰবেশ কৰিব পাৰি। শ্ৰেণীত অধ্যাপনা কৰোঁতেও অধ্যাপকে যথাসম্ভৱ একাধিকবাৰ কাব্যৰ আবৃত্তি কৰিব লাগে, যাতে শুনি শুনি শ্ৰোতাবিলাক আকৃষ্ট হ'ব পাৰে। এই কাৰ্য্য সাধনত অধ্যাপকৰ নিজৰ আবৃত্তি শক্তি, উচ্চাৰণ, মাত আদিয়ে সহায় কৰে। ঠৰঙা আবৃত্তিয়ে ছাত্ৰ-ছাত্ৰীক আকৰ্ষণ নকৰে, বৰং কাব্যৰ প্ৰতি নিস্পৃহাহে বঢ়ায়। কবিৰ প্ৰত্যেক শব্দৰ ব্যৱহাৰ, সেইবিলাকৰ বঞ্জনা, কবিৰ অধ্যয়ন, কবিৰ চৰিত্ৰ আৰু পৃথিৱীৰ প্ৰতি তেওঁৰ দৃষ্টিভঙ্গী—এই সকলোবোৰ বুজিলেহে কবিতা আৰু কবিক বুজিব পাৰি। মই আগতে কৈছোঁ যে আমাৰ বিস্তায়তনিক কাব্য-পাঠ পৰীক্ষাৰ ভয়ৰ দ্বাৰাই আক্ৰান্ত আৰু সংকুচিত। সেই কাৰণে অধ্যাপকে কেৱল কবিতাটোৰ বিষয়বস্তুৰ প্ৰতিহে মন দিব পাৰে। পাঠ্যক্ৰম যথাসময়ত শেষ কৰিবও লাগিব। জাত গ'লেও পেট ভৰিব লাগিব। অৰ্থাৎ কবিতাৰ প্ৰতি আমাৰ ধৰ্ম লঙ্ঘন কৰিলেও পৰীক্ষাত ছাত্ৰ-ছাত্ৰীক উত্তীৰ্ণ কৰাব লাগিব। মানস সৰোবৰলৈ উৰিব খোজা হাঁহ টোমত ভৰাই বজাৰত বেচিবলৈ নিয়ে; অথবা হাকিমক দিবলৈ। ইয়াৰ মাজতে হাঁহে মাতে। ইয়াৰ মাজতেই যথাসম্ভৱ কাব্যচৰ্চা হ'ব পাৰে। অধ্যাপকৰ ব্যক্তিগত চৰিত্ৰৰ ওপৰতো নিৰ্ভৰ কৰে।

“পণ্ডিতে পঢ়ে শাস্ত্ৰ মাত্ৰ, সাৰ ভকতে নিয়ে”—মহাপুৰুষে কৈছে। অধ্যাপকজন পণ্ডিত আৰু ভকত দুয়োটা হ'ব পাৰিলে ভাল। নিজে কাব্যৰ মাজত সোমাব নোৱাৰিলে আনকো তালৈ নিব নোৱাৰে।



## দূৰণিৰ দুচবি

(১)

Larraine প্ৰদেশত ছোৱালীহঁতে বগা কাপোৰ পিন্ধি মে' মাহত গাঁৱে গাঁৱে গৈ যোজনা গাই গাই গাঁৱৰ মানুহক ৰৰকৈ ঠাট্টা-মস্কৰা কৰেগৈ। ছোৱালীহঁতে গাঁওখনৰ প্ৰধান দোৰবোৰ আঙুলিয়াই দিয়ে। গোটেই জাৰকালি মে' মাহত গাবলৈ যোজনা আৰু পদ জুকিয়াই থৈ দিয়ে। ছোৱালীহঁতক মানুহে পাই-পইচা, পিঠা, ফল মূল দি বিদায় কৰে।

য়ুৰোপৰ Poiton বোলা ঠাইৰ ডেকা খেতিয়কহঁতে মে' মাহৰ আৰম্ভ হবৰ আগদিনা নৌ ৰাতিপুৱাওতেই ঘৰৰ চোঁতালে চোঁতালে নাম গাই গিৰিহঁতনীক জগাই দিয়ে আৰু এ অৰা নকৈ পৰা কুকুৰা-কণী খোজে। কণী দিব নোৱাৰিলে পাই-পইচা দিলেও হয়। তাকে খৰখৰ কৰি দিব লাগে, নহ'লে ৰাতিপুৱাই আহিছে, বাটো দূৰণি। "বতাহ বৰষুণে ওন্দোলাই আনিছে আমাকো নথৰা ৰাখি"।

(২)

মাৰগেৰেট, মোৰ প্ৰথম প্ৰেয়সী, নিৰাশ নকৰিবা। তোমাৰ উদ্দেশ্যে এটি পুৰাৰ গীত গাবলৈ আহিছো, গাই তোমাক টোপনিৰপৰা তুলিবলৈ আহিছো।

—তোমাৰ টোপনি-ভঙ্গা গীত শুনিলে মোৰ খঙহে উঠে, কোনোবাই পেঁপা বজালেও মই আমনি পাওঁ। মানুহে মোক দিনৌ এইদৰে আমনি কৰি থাকিলে ক'ৰবাত পানীত পৰিহে মৰিম গৈ।

—এইদৰে দিনৌ আমনি কৰি থাকিলে যদি তুমি পানীত পৰাগৈ তেনেহলে মই সাঁতুৰি চকুৰ পচাৰতে তোমাক তুলি আনিম গৈ।

—তুমি যদি সাঁতুৰি তুলি আনিব খোজা, তেন্তে মই 'এল্' মাছৰ পোৱালী হৈ তোমাৰ হাতৰ মুঠিৰ পৰা সৰকি পৰিম।

—তুমি যদি 'এল্' মাছৰ পোৱালী হৈ মোৰ হাতৰপৰা সৰকি পৰা, তোমাক জালেৰে বামত তুলিম।

—যদি আলেৰে মোক তোলোঁ, মম্নো মাটিৰ বুকুৰ কোমল ঘাঁহ হৈ গজিম।

—যদি তুমি মাটিৰ বুকুৰ কোমল ঘাঁহ হোৱাঁ, মম্নো কাচি এখন আনি ঘাঁহ কাটি দিম।

—যদি তুমি কাচি এখন আনি ঘাঁহ কাটা, মম্নো পহু পোৱালী হৈ হাবিত চৰিবলৈ যাম।

—যদিহে তুমি পহু পোৱালী হৈ হাবিত চৰিবলৈ যোৱা, মম্নো চিকাৰী হৈ তোমাক ধৰিম গৈ।

—যদিহে তুমি চিকাৰী হৈ মোক ধৰিবলৈ যোৱা, মম্নো ফুলনিত অকণমান ইন্দু ফুলটি হৈ ফুলি থাকিম।

—যদিহে তুমি অকণমান এজুপি endive শাক হোৱাঁ মম্নো নিয়ৰৰ টোপাল হৈ দিনৌ তোমাৰ পাহিতে পৰিম।

—যদি তুমি নিয়ঁৰৰ টোপা হৈ দিনৌ মোৰ পাহিত পৰা মই কাঁইটীয়া জোপাৰ মাজত বগা গোলাপ হ'ম গৈ।

—যদি তুমি কাঁইটৰ মাজত বগা গোলাপ হোৱাগৈ, মই মৌ-মাখি হৈ ওৰে দিনটো তোমাক চুমা খাই থাকিম।

—যদি তুমি মৌ-গুটি হৈ ওৰে দিনটো মোক চুমা খোৱা তেন্তে মই আকাশত গৈ তৰা হৈ জিলিকি থাকিম।

—যদি তুমি আকাশত তৰা হৈ জিলিকি থাকা গৈ, মই অকণ হৈ ৰাতিপুৱা বেলিকা তোমাৰ লগ ধৰিম।

—যদি তুমি অকণ হৈ মোৰ লগ ধৰা, তেন্তে মই সন্ন্যাসিনী হৈ মঠত সোমাম।

—যদি তুমি মঠত সন্ন্যাসিনী হোৱাগৈ, মই সেই মঠৰে গৰাকী হ'ম, আৰু তুমি মোৰ গুৰিত তোমাৰ জীৱনৰ পাপবোৰৰ কথা কব লাগিব।

—যদি তুমি মঠৰ গৰাকী হোৱা, আৰু তোমাৰ ওচৰত মোৰ পাপখিনি স্বীকাৰ কৰিব লাগে, তেন্তে মই মৰি যাম আৰু লগৰ সন্ন্যাসিনীবিলাকে মোৰ কাৰণে বেজাৰ কৰি মোৰ আত্মাৰ সদ্গতিৰ অৰ্থে প্ৰাৰ্থনা কৰিব।

—যদি তুমি মৰি যোৱা সন্ন্যাসিনীইঁতে তোমাৰ কাৰণে কান্দে তেন্তে মই পবিত্ৰ মাটি হ'ম, আৰু সেই মাটিকে তোমাৰ গাৰ ওপৰত দিব।

—যদি তুমি মোৰ গাৰ ওপৰত ডিয়া পবিত্ৰ বাটি হোৱা—

—বাক—কাৰবাক যেতিয়া মোৰ বুলিবই লাগিব—তোমাকে মোৰ বুলিলোঁ।

১১শ শতাব্দীৰ শেষ ভাগত দক্ষিণ ফ্ৰান্সত কিছুমান গাঁও-বৈৰাগী (minstrel) ওলাইছিল। Provencal নামৰ উপভাষাত এওঁবিলাকৰ গীত-মাতবোৰ ৰচিত আৰু গোৱা হৈছিল। ওপৰত উল্লেখ কৰা Provencal গীতটিও সেই কালৰে। ইয়াৰ লগত অসমীয়া ভাষাৰ 'তেঁতেলি তলতে কৰোঁ তাতে বাতি' গীতটিৰ সাদৃশ্য আৰু ভাবৰ মিল লক্ষ্য কৰিবলগীয়া।

( Provencal = প্ৰবান্‌ছা )

— ——

## মহাৰাণী আৰু মাটিকাঁদুৰী

যি অব্যক্ত আৰু শব্দাতীত, তাৰ আকৌ নামৰ অন্ত নাই। নিৰ্গুণ বিষ্ণুৰ সহস্ৰনামৰ মাজত এটি নাম হ'ল ঋতু—গতিশীল, পৰিবৰ্তনশীল। ঋতু ঘূৰি ঘূৰি আহি থাকে। হিন্দুসকলে শৰাধ-বিধিত ছয় ঋতুৰ পূজা কৰে—বসন্তাদি ষড়ঋতুভ্যো নমঃ। গীতাত বসন্তক শ্ৰেষ্ঠ ঋতু বুলি কৈছে—ঋতুণাং কুসুমাকৰঃ। বসন্তকাল যাগ-যজ্ঞৰ উপযোগী। জাৰো নাই, জহো নাই। গছ-গছনি জীৱজন্তু সকলোৰে গাত নতুন জীৱনৰ ন তেজৰ উমান পায়। ডেকা-গাভৰুৰ বিহুনাম, বহাগ-বলীয়া বা বসন্ত-বলীয়া। চ'ত বহাগ Passionate pilgrim আকুল পথিকৰ সুখৰ কাল। কিন্তু শৰৎকালৰ কথা নামে-পদে শুনিবলৈ নাই।

অসমৰ শৰৎকাল আহিন-কাতি এই দুমাহ। বিলাতী শৰৎকাল আমাৰ হেমন্ত ঋতুৰ লগতহে মিলে। ফিৰিঙি কবি কীটছৰ Ode to Autumn বোলা সমালোচকৰ শলাগ পোৱা কবিতাটোৰ এমূৰে গ্ৰীষ্মকালৰ ফলমূল, গীত-মাত—ইটোমূৰত জাৰ আৰু কুঁৱলি। বিষাদৰ চেকা নাই। খেতিয়কে খেতি চপাইছে——আঙুৰ পৰি মদৰ টেকেলি ভৰাইছে। আধুনিক ইংৰাজ কবিৰ কিন্তু শৰতৰ পদ্য-পয়াৰ বিষাদসুৰীয়া। শৰৎ বিষাদ আৰু অৱক্ষয়ৰ প্ৰতীক।

কঙ্গালী বুলি কুখ্যাত আমাৰ শৰৎকালৰ কাতিবিহু কবিৰো উপেক্ষিত। কাতিবিহুৰ বিষয়ে কবিতা বা গান যে শুনিবলৈ নায়েই, এই বিহুৰ বিষয় গদ্য ৰচনা এডুখৰিও দেখা নাপাওঁ। আমাৰ নিচেই সৰুকালতে গণেশচন্দ্ৰ হাজৰিকা নামে লিখক এজনে অসমৰ বিহু তিনিটাৰ বিষয়ে পুস্তিকা এখন প্ৰকাশ কৰিছিল। আমাৰ কঠীকটকী পণ্ডিতে ছাত্ৰৰ পুথি ভড়াললৈ সংগ্ৰহ কৰিছিল। তেতিয়াই পঢ়া। এতিয়া দুষ্প্ৰাপ্য।

মহাত্মা গান্ধীয়ে এঠাইত লিখিছিল, আমাৰ আধুনিক শিক্ষা পোৱা ডেকাইঁতে গাঁৱত কোনো সৌন্দৰ্য্য দেখা নাপায়, গাঁৱলৈ হবয় নাই—They do not feel poetry about their poor village homes. অসমীয়া কবিসকলেও—do not feel poetry about কাতিবিহু। মোৰ বন্ধু এগৰাকীয়ে কিন্তু তাহানি মহাদেৱ শৰ্মাৰ সম্পাদিত সৰু ল'ৰা-ছোৱালীৰ কাকত এখনত কাতিবিহুৰ কবিতা এটি খুচৰি খুচৰি উলিয়াইছে। কঙ্গালী কাতিবিহু কবিতাটোত অসমীয়া খেতিয়কৰ

ভুৰলাপৰা পকহালৰ কথা আছে। কাতিবিহুৰ উপলক্ষে তাৰ দুটামান পদ পাঠক-সকলক উপহাৰ দিবলৈকো ইয়াত ঠাইৰ নাটনি।

আমাৰ সৰহভাগ খেতিয়কৰে যে কাতিমাহ সোমালেই ভড়ালৰ তলী উদং, কঙালী কাতিবিহু কথাবাৰেই প্ৰমাণ দিয়ে। প্ৰায় গৃহস্থই কাতিবিহুৰ সন্ধ্যা তুলসী গুৰিত চাকি এগছ লগাই পাৰিলে চাউল-মাহ এমুঠি আগবঢ়াই এই হাবোৰৰী বিহুটো বিদায় দিয়ে।

শৰ-ধনু ধৰি মৃগ-পহু খেদি ফুৰা গোঁসাইৰ কথা অকণিহঁতে যিমান উৎসাহেৰেই নাগাওক, সিহঁতৰ ভাগ্যত এটি দুটি আৰৈ-চাউল, এটি দুটি মগুমাহ। আকাবাতি (আকাশবাতি) লগাই থৈ, দৈ চিৰা আনোগৈ বুলি অশান্ত ল'ৰা-ছোৱালীক নামগাই নিচুকায়, কিন্তু ল'ৰা-বুঢ়া কোনেও দৈ-চিৰাৰ মুখ দেখিবলৈ নাপায়। কাতিবিহুত।

সমালোচকৰপৰা ৰোমাণ্টিক বুলি উপাধি পোৱা কবিপুত্ৰসকলে দুখীয়া গাৰলীয়া মানুহ আৰু আওহতীয়া ঠাইৰ কথা সহজ সৰল ভাষাত বৰ্ণনা কৰিয় বুলি জাননী জাৰি কৰে, কিন্তু বিধায়কসকলে নিৰ্বাচনী ইস্তাহাৰত দিয়া প্ৰতিশ্ৰুতি ততালিকে পাহৰি পেলোৱাৰ দৰেই এই কবিহঁতেও দুখীয়া নিচলাৰৈ অতি শীঘ্ৰে পাহৰি যায়। জীয়াই থকা দিনকেইটা দুখে-কষ্টে কোনোমতে চকু মুৰ মুদি পাৰ হৈ যাব পৰাটোৰেই আমাৰ শিক্ষা আৰু ধৰ্ম। কাতিবিহু কঙ্গালী হোৱাটো স্বাভাৱিক আৰু সন্তোষেৰে গ্ৰহণীয়।

কাতিবিহুৰ লগতে বা অলপ লগালগিকৈ দুৰ্গোৎসৱ পৰে। আজিকালি গাঁৱে-ভুয়ে, বাগানে-বজাৰে দুৰ্গাপূজা বহলাই বিয়পি পৰিছে। আগেয়ে নগৰতে সীমাবদ্ধ হৈ আছিল। পূজাৰ উৎসৱ আৰু সমাৰোহে কাতিবিহুৰ টোকোনালি ভালেখিনি ঢাকি পেলাইছে। দুৰ্গাপূজা নমনা মানুহৰো দুৰ্গাপূজাৰ এখত শকত 'বাজেট'—কাপোৰ-কানি, জোতা-মোজা, আ-অলংকাৰ। এই সম্পৰ্কত মাষ্টাৰ, কেৰাণী, হাকিম, ঠিকাদাৰ, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলো জাগ্ৰত। দুৰ্গাপূজাৰ 'মিষ্টিচিজিম্' বা তাৎপৰ্য সকলোৱে বুজিব নোৱাৰে, আনন্দ উৎসৱ সকলোৱে উপভোগ কৰে। ঈশ্বৰ স্ত্ৰী নে পুৰুষ নে hermaphrodite, কোনে ডাঠি কব পাৰে? মানুহে যেতিয়াই ধৰ্মৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে, তেতিয়াৰপৰাই ধৰ্মৰ গ্লানি হ'ল। ধৰ্মৰ বিষয়ে সজাগ সচেতন হ'লেই ধৰ্ম আঁতৰে। মানুহৰ সহজ ধৰ্ম এটা—সাৰ্ববৰ্ণিক, তাৰ কোনো নাম বা শ্ৰেণী নাই। গড্, গোঁসাই, গোসানী, খোদা, "জিহোৱা" সকলোবোৰ মাথো মায়া। দুৰ্গাপূজাত

ধৰ্মৰ কথা নাই, ই সাৰ্বজনীন শাৰদীয় উৎসৱৰহে কথা। সকলো নগৰতে বিজয়াৰ দিনা যিদৰে জনসমাগম হয় তাক মানুহৰ মিলনৰ থলী বুলিব পাৰি। আপুনি যদি কেনেবাকৈ বিজয়াৰ দিনা নগাঁও চহৰলৈ আহে, তেন্তে দেখিব কলং-পাৰৰ নৈৰ বালিত এক কিলোমিটাৰ দীঘল প্ৰতিমাৰ শাৰী—অসংখ্য বিজুলী বাতিয়ে পোহৰ কৰি থয়।

'চকুত চমক লাগে দেখিতে বিৰিঙ্গ'। মানুহে মানুহক বিচিত্ৰ ৰূপত চাবলৈ আহে। মানুহৰ প্ৰতি মানুহৰ স্বাভাবিক আকৰ্ষণ—এয়া মানৱ ধৰ্ম।

ৰজাঘৰীয়া কথা বাদ দিলে, আগৰ দিনত অসমতো সাত্বিকভাৱেই শাৰদীয় পূজা অনুষ্ঠিত হৈছিল। ৰাজসিকতা কুম্পানীৰ দিনৰ পৰাহে আহিল যেন পাওঁ। সেই সময়ত কলিকতাত ধনী ধনী মানুহৰ ঘৰত পতা পূজাৰ কথা আৰু পূজাৰ উৎসৱ উদ্ভণ্ডালিৰ কথা পঢ়িবলৈ পাওঁ। তাৰে ছিটিকনি আহি অসমৰ নগৰীয়া ঠাইবোৰতো পৰিছিল। নগাঁৱৰ দৰে বৈষ্ণৱপ্ৰধান আৰু আওহতীয়া ঠাইতো পূজাৰ উপলক্ষ্যে অলপ 'এক্‌চেছ্' বা অতপালি হৈছিল। বড়েশ্বৰ মহন্তই হেমচন্দ্ৰ গোস্বামীলৈ লিখা চিঠিৰপৰা ইয়াৰ অলপ আভাস পোৱা যায়। যোৱা শতিকাৰ শেষৰ ফালে দেৱগণ্ডা নাচনী কোনো কোনো ঠাইত পূজাৰ এটা অঙ্গ হৈ পৰিছিল আৰু এই নাচনীসকলৰ প্ৰভুত্ব গোসানীতকৈও কম নাছিল। এনে ঘটনা অসমৰ অনেক ঠাইতে হোৱা যেন লাগে। বেজবৰুৱাই তেওঁৰ কৃবিতা এটাত "ধাজহুৱা পূজাত ওজা বৈণীৰ ওপৰত বজা" বুলি কোন শ্ৰেণীৰ মানুহৰ কথা কৈছে মন কৰি চাব-লগীয়া। আমি কলেজত পঢ়াৰ দিনত নগাঁৱৰ ফৌজদাৰী পট্টিৰ এক বৃদ্ধ ভদ্ৰলোকে সেই সময়ৰ পূজাৰ কথা কৈছিল। সেই বিষয়ে চিয়াঁহি কাগজত নলগাঁও। নগাঁও চহৰৰ পূবে ন মাইলমান দূৰত গেৰেলা শৰ্মা থানিকৰে এশ বছৰমানৰ আগতে বেল কাঠৰ দুৰ্গা প্ৰতিমা সাজি থৈ গৈছে। এতিয়াও ঘূণে ধৰা নাই। শিল্পীৰ শক্তি আৰু অন্তৰৰ ভক্তি তাত গোট খাই আছে। বিশ্বকৰ্মাৰ বংশধৰ মনে সজা প্ৰতিমা এতিয়াও বাইজে সাত্বিকভাৱে বছৰি পূজা কৰে। মহাত্মা গান্ধীৰ প্ৰভাৱতেই হওক বা যুগধৰ্মৰ গুণতেই হওক, বাৰোৱাৰী পূজাত জীৱজন্তু বলি দিয়া প্ৰায় নোহোৱা হৈছে। এক শ্ৰেণীৰ লোকে কয় বোলে বলি উঠাই দিয়াৰ পৰাই দেশত অপাৰ অমঙ্গল হুগুচা হ'ল। There are more things in heaven and earth আমাৰ জ্ঞানৰ অতীত বহুত কথা আছে।

আমাৰ সকালত মহাপুৰুষ শংকৰদেৱৰ মৃত্যুহ তিথি অতি সাত্বিকভাৱে গোটেই দেশতে পালন কৰিছিল। আজি কিছুমান দিনৰপৰা মহাপুৰুষৰ

জন্মতিথিও পালন কৰিবলৈ লৈছে। এই তিথি দুৰ্গাপূজাৰ লগতে পৰাত ইয়াৰ আবেদন বিশেষ ভক্তবৃন্দৰ মাজত আবদ্ধ হৈ থাকে। পূজাৰ আড়ম্বৰে মানুহক টানিব পাৰে। ধৰ্মৰ Spectacular দিশ এটাও আছে। ৰূপ-ৰস-বৰ্ণ-গন্ধ-শব্দ—এইবোৰৰ বিৰুদ্ধে কিমান যুঁজিবা? যি জিকিব সেইটোহে বাপৰ বেটা।

ৰত্নেশ্বৰ মহন্তৰ কথা ওলালেই যেতিয়া তেওঁৰ কথাও এবাৰ কওঁ। অসমীয়া সাহিত্যৰ এগৰাকী 'হ'লহেঁতেন' পুৰুষে তেড়কুৰি নৌ হওঁতেই সংসাৰ এৰি গ'ল। এই কম সময়ৰ ভিতৰতে অসমীয়া সাহিত্যক ভালেখিনি দি গ'ল। অসমীয়া দুখীয়া গাৱঁলীয়া জীৱনৰ বিষয়ে কবিতা এৰেই প্ৰথমতে লিখে। তগা পাছীত ধানখেৰ পাৰি শুৱাই থোৱা কেঁচুৱাৰ হাঁহিৰ ছবিটো কোনে পাহৰিব? গাৱঁলীয়া বোৱাৰীৰ বৰ্ণনা একা? কুশাগ্ৰবুদ্ধিৰ ল'ৰা আছিল যদিও দুখীয়া পিতৃহীন মহন্তই কলিকতাত কলেজত পঢ়িবলৈ যাব নোৱাৰি কাছাৰীত কেৰেণীৰ চাকৰি আদৰি ললে। অসমৰ ছয় ঋতুৰ কথা বৰ্ণাওঁতে মহন্তই শৰৎকালৰ কথাও বৰ্ণাইছে। বৰ্ণনাৰ শেষত লেখিছে—

"আতৰত কামকৰা/খাটনিত পিত্‌মৰা/কেৰেণীও বাৰদিন অৱসৰ পাই/মনৰ উল্লাসে অতি/গৃহমুখে কৰি গতি/পাক মাৰি ল'ৰা-তিৰোতাক আহে চাই।" (যোগেন ভূঞা সম্পাদিত মহন্ত ৰচনাৱলী, ৩৫পৃঃ) কুম্পানীৰ দিনৰ দুৰ্গাপূজাৰ বন্ধ বাৰ দিন, কম-বেচি নাই। স্বাধীনতা পোৱাৰ পাছৰ পৰাহে কমিল।

কথাত কথা ওলায়। ৰত্নেশ্বৰ মহন্তৰ ঘৰুৱা জীৱনৰ এটা কথা মনত পৰিল। তেওঁ এবাৰ পূজাৰ সময়ত তেওঁৰ গৃহিণীৰ কাৰণে 'জেকেট' এটা কলিকতীয়া দোকানত কিনি পঠিয়াবলৈ পৰমাত্মীয় হেম গোসাঁইলৈ লিখিলে। গোসাঁয়েও সময়মতে জেকেট এটা পাৰ্চেল কৰি পঠিয়ালে। কিন্তু পাৰ্চেল খুলি চাই দেখা গ'ল যে জেকেটটো কবি-পত্নীৰ গাত টান হ'ল। সেইটো ঘূৰাই পঠিয়াই আকৌ থোৱা জেকেট এটা অনালে নে নাই, কব নোৱাৰি। মহন্তৰ বোৱাৰী নামক কবিতাৰ আদৰ্শ গৰাকীয়ে সেই প্ৰসঙ্গত কোনো প্ৰকাৰে অসন্তুষ্টি প্ৰকাশ যে কৰা নাছিল, সন্দেহ নাই।

আগৰ দিনত ৰজাসকলে শৰৎকালত দিগ্বিজয় কৰিবলৈ সৈন্যসামন্ত লৈ যাত্ৰা কৰে। কালিদাসৰ বৰ্ণনাত পাওঁ। বিজয়াদশমীৰ এয়ে তাৎপৰ্য্য নেকি? অসমীয়া মানুহৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনো চাৰি বছৰৰ আগতে শৰৎকালতে আৰম্ভ হৈছিল। আশংসে বিজয়ায়।

মহাকবি ভাৰবিয়ে তেওঁৰ কাব্যত শৰৎকালৰ বৰ্ণনা দিছে। কবিয়ে অৰ্জুনক

চকুত শৰৎকাল কেনেদৰে দেখা দিছিল আৰু অৰ্জুনৰ সজীৱ চকুত কেনে লাগিছিল ছয়োটা দেখুৱাইছে। A man is known by the way he looks at Nature—

প্ৰকৃতিক কেনে চকুৰে চায় তাৰ পৰাই মানুহ চিনিব পাৰি। অৰ্জুনে বৰ্ণনাৰ মাজতে ৰমণীৰ কমনীয় মাধুৰীৰ প্ৰতিও দৃষ্টিপাত কৰিছে। পৰন্তপ অৰ্জুনৰ কঠোৰ বীৰত্ব ৰমণী সৌন্দৰ্য্যৰ প্ৰতি সপ্ৰশংস শ্ৰদ্ধাই কোমল কৰিছে ইয়াৰ আভাস মহাভাৰতত আছে। ইন্দোনেচীয়াত প্ৰচলিত মহাভাৰতত অৰ্জুনক এই গুণটো দুৰ্বলতাৰ কাষ চাপিছে। কাকাবিনৰ অৰ্জুন প্ৰেমিকহে, বীৰ নহয়। (কাকাবিন ইন্দোনেচিয়াৰ মহাকাব্য) স্ত্ৰী-সৌন্দৰ্য্যৰ প্ৰতি শ্ৰদ্ধা পণ্ডিত নেহৰুৰ চৰিত্ৰতো আছিল বুলি দুই-এক লিখকে লক্ষ্য কৰিছে।

ভাগৱতৰ শৰৎকালৰ সৰু সৰু চিত্ৰ একোটা সাধকৰ জীৱনৰ বিভিন্ন অৱস্থা বুজাবলৈ ভাগৱতকাৰে ব্যৱহাৰ কৰিছে। শ্ৰীমন্ত শঙ্কৰে আগু দশমত সুন্দৰ অনুবাদ কৰিছে।

মাধৱ পুৰুষেও ভাগৱতৰ পদ এফাঁকি অসমীয়া পদলৈ ভাঙিছে—জলৰ যতেক মল / যেহেন শৰতকালে / স্বভাৱতে নিৰ্মল কৰয়।

শৰৎকালৰ পানী স্বভাৱতে নিৰ্মল হয়; কিন্তু নাম ললেই দুৰ্বাসনাবোৰ দূৰ হয়নে কব নোৱাৰি। প্ৰকৃতিক নিয়মৰ শিকলিৰে বান্ধিলে, মানুহক স্বাধীনতা দিলে। ইয়াতে লেঠা।

গ্ৰাম্য গোপীকাৰ শৰৎকালৰ গীতবোৰ ভাগৱতৰ কবিৰ হাতত পৰি ৰাস পঞ্চাধ্যায়ৰ পকামিঠৈ হ'ল নেকি? কটাৰিৰে কাটি খাব লগা হয়।

লোক-সাহিত্যৰ বাৰমাহী গীতত বিৰহিনীয়ে বিদেশত থকা পতিৰ মঙ্গল কামনা কৰিছে।

আহিনৰ মাহত শান্তি দেৱী পূজা খায়,
হাঁহ পৰে, ছাগল পৰে, পাৰৰ লেখ নাই।
যৈতে আজা সাউদৰ কোঁৱৰ তৈতে ভালে থাক।

এই বাৰমাহী গীত ভাৰতীয় প্ৰায় আঞ্চলিক সাহিত্যতে আছে। বিভিন্ন মাহত, বিভিন্ন ঋতুত বিৰহিনীৰ হৃদয়ৰ প্ৰতিক্ৰিয়া এই গীতবোৰৰ বিষয়বস্তু।

সাধাৰণতে অসমীয়া মানুহে মনে মনে গুজুং গুজুংকৈ খেতিবাতি, কাম-বন কৰি গৈ থাকে—প্ৰকৃতিৰ ফালে চাবৰ প্ৰবৃত্তিও নাই, অৱসৰো নাই—No time to stand and stare অসমীয়া মানুহ স্বভাৱতে গহীন, সিবিলাকৰ ভাৱপ্ৰৱণতাও

কয়। অৱশ্যে লেউতীয়া ধানভৰা দেখিলে বং পায়; বঙ্গালাও জোপা বাঢ়ি গলে 'প্ৰেম ধৰা' বুলি কয়। বৃদ্ধি আৰু বিস্তৃতিয়েই অসমীয়াৰ প্ৰেমৰ ধাৰণা। প্ৰেমধৰ আৰু প্ৰেমকান্ত মাত্ৰেই নেবাঢ়ি থাকিব নোৱাৰে। প্ৰেম মানেই প্ৰসাৰণ, বৃদ্ধি।

আচলতে অসমীয়া মানুহ কবি নহয়। কৱিত্ব অসমীয়া ধাতুত নাই। নগৰলৈ অহাৰ আগতে জগৰা মণ্ডল যেনে আছিল। অসমীয়া কবিতাত নীতি আৰু ধৰ্মৰ কথা সৰহকৈ থাকিব লাগিব। তেনে কবিতা অসমীয়া মানুহে শুনে আৰু বুজে। কবিতা জাতত বৰ্ণসংকৰ;—পিতা utility বা উপযোগিতা, মাতা beauty কান্তি।

কান্তিবিহটো কাঙালী হলেও আজিকালি অসমীয়া মানুহ কবিতাৰ কঙাল নহয়। আজিকালি সকলোৱে কবিতাহে লিখে আৰু পাৰিলে ধাৰে বাকী ছপাশালত দিয়েও। ইয়াৰ দ্বাৰা সাহিত্যৰ সেৱা কৰিছো বুলি বিশ্বাস কৰে। কথাটো বেয়া নহয়, কিন্তু অতপালি হ'লেহে ভয় লাগে। পচা-বৰগুণি বিচাৰি হাতত বহী লৈ অহা মানুহ দেখিলে সিমান ভয় নালাগে। কবিতাৰ পাণ্ডুলিপি হাতত লৈ ঘৰৰ ফাললৈ অহা দেখিলে ধাতু উড়ে।

সংসাৰ চক্ৰৰ নিকাৰ দেখিয়া
প্ৰভু ভয় মোৰ নাই।
পাণ্ডুলিপি হাতে কবিক দেখিয়া
সদায় ধাতু উড়য়।

প্লেটই নিজৰ কল্পিত ৰাষ্ট্ৰৰপৰা কবি জাতটোক নিৰ্বাসন দিব খোজা প্ৰস্তাৱটো একেবাৰে উলাই কৰিব নোৱাৰি। অৱশ্যে পচন সাৰৰ আৱশ্যকতা কৃষকৰ কাৰণে সদায় থাকিব।

কবিতাৰ এটা অতি আমোদজনক উপজাতি সম্পূৰ্ণ লোপ পাইছে বুলি অনুমান হয়। ছপাশালবিলাকৰ আয় কমিব আৰু পত্ৰকাৰৰো কামৰ অভাৱ হব। আজি দহ-পোন্ধৰ বছৰমানৰ আগলৈকে বিয়াৰ দৰা-ছোৱালী দুয়ো ঘৰতে নিমন্ত্ৰিতসকলক কাগজত ছপাই কবিতা উপহাৰ দিয়াৰ প্ৰথা আছিল। ল'ৰা-ছোৱালীৰ সম্বন্ধীয়া বিভিন্ন পুৰুষ-মহিলাৰ আৰু ল'ৰা-ছোৱালীৰ নামত এই কবিতা ওলায়। মোৰ বিয়াতো কবি আনন্দচন্দ্ৰ বৰুৱাই এটা তেওঁৰ স্বৰচিত কবিতা ছপাই উলিয়াইছিল। তেওঁ মোৰ জীৱনটো জাহাজৰ লগত তুলনা কৰিছিল। জাহাজৰ কৃশকায় কেপ্তেইনজনে ঢৌ-ধুমুহাৰ মাজেদি জাহাজখন টসংকটংকৈ লৈ ফুৰাইছে। কোনোমতে।

এই বৈবাহিক কবিতাবোৰ অধিক ক্ষেত্ৰত কোনো পচা-মিস্ত্ৰী লোকৰ হতুৱাই ৰচনা কৰোৱায়। বহুতে আনৰ হৈ এই কাম কৰি বৰ আনন্দ পায়। পোৱাবে কথা।

সাধাৰণ ৰঙিণ কাকতৰপৰা আৰম্ভ কৰি মিহি, ধুনীয়া সাপৰ মোতৰ দৰে কাকতত এনে কবিতাবোৰ চকুত লগাকৈ ছপা কৰা হয়। মই নিজেই কোনো কোনো বিয়াত এনে কবিতা ডেড়-দুই দিস্তা পাইছো। এনে কাকতক কোনো বেৰসিকে আদৰ নকৰে; মই সদায় ঘৰলৈ আনি গোটাই থওঁ। ভাবিছিলোঁ, এই কবিতাৰ বিষয়ে কিবা ৰম্য বা অৰম্য প্ৰবন্ধকে লিখিম। পিছে আমাৰ অনুপস্থিতিত ঘৰৰ লগুৱাটোৱে আন কাকতৰ লগতে এই সাঁচি থোৱা কবিতাবোৰো বিক্ৰি কৰি চিনেমা চুৰটৰ খৰছ উলিয়ালে। কোনো সহৃদয় লোকে যদি এনেকুৱা কবিতা গোটাই থৈছে, তেন্তে এই প্ৰজাপতি ( hymeneal ) কবিতাৰ সম্পৰ্কে এটা অধ্যয়নকে কৰিব পাৰে। এনে জাতীয় কবিতাৰ ভিতৰত যে পাৰ্বতি বৰুৱাৰ 'লখিমী'য়ে ঠাই পাব, নিঃসন্দেহ।

মোক আজি পকৰাই পাইছে। মূলকথাৰ পৰা বৰ বেয়াকৈ আঁতৰি আহিছোঁ।

পাৰ্বতি বৰুৱা যে দেখ্-দেখকৈ শৰতৰ কবি এই ঘাই কথাটোকে পাহৰি গলো।

আজি শৰতৰ বগা ডাৱৰৰ
জালিকটা মুকুতাই
কোনে ভুমুকিয়াই চায় ?

পাৰ্বতি বৰুৱাৰ শব্দ ( diction ) নিভাঁজ অসমীয়া, সুৰ জাতেপাতে ঘৰুৱা। ৰবৰাই গুহি লোৱা ৰবীন্দ্ৰনাথৰ প্ৰভাৱটো ইয়াৰ আঁৰতে শুনিব পাৰি, যদি কোনোবাই ভালকৈ কাণ পাতি শুনিব পাৰে। প্ৰভাৱ পৰা আৰু গোৱা, একো জগৰৰ কথা নহয়, ইয়াত বেজাৰ-অনুতাপৰো একো কাৰণ নাই। চাপৰিলে মেঘ নেৰায়। চিৰকলীয়া সুৰ ক্ষণিকৰ সুৰত মিলাই ল'ব পাৰিলে আৰু সাৰ্বজনীনতা আঞ্চলিকতাৰ আঁচলত সামৰিব পাৰিলেই সাহিত্যিকৰ কৃতিত্ব। সাহিত্যৰ বুৰঞ্জীয়েও তাকেই কয়।

প্ৰলাপ, তোমাৰ অন্য নাম ৰম্য ৰচনা। মোৰ কথাবোৰৰ ধাৰাবাহিকতা নাই, অসংলগ্ন; লাগ-বান্ধ নোহোৱা। আহিন-কাতিৰ কথা কৰলৈ গৈ অনন্ত কোটি ব্ৰহ্মাণ্ডৰ টোপোলা মেলিছো।

ডাক পুৰুষে কৈ গৈছে—
আহিন-কাতিত ৰাখিব পানীক
যেনেকৈ ৰজাই ৰাখে ৰাণীক।

ধান ফুলাৰ সময়ত ধাননিত অলপ পানী ৰাখিব। অসমীয়া জাতিৰ দীঘলীয়া সঞ্চিত অভিজ্ঞতাই এই কথা কয়। অসমীয়া জাতিৰো ফুল ধৰাৰ সময়—গুটি ধৰিবলৈ বাকী। আমাৰ এইটো আশাৰ হে সময়—ধান পকা নাই। কাতিমহীয়া কলাখাৰকনো অসমীয়াৰ গৌৰৱৰ বস্তু। যিমানেই গাওঁ-বাওঁ শেহত কাতিমহীয়া কলা খাৰৰ চকতহে হাত দিব লাগিব।

সেই ডাক পুৰুষেই কৈছে—শীত সৰিয়হ, জীত মাহ—এইখিনি কাম আহিন-কাতিৰ ভিতৰতে কৰিব। লাই লফা, পালেং বাৰৰি, চুকা-মেমেধু-এইবোৰৰ গুটি এুকো মুঠি সিঁচি থব। আমাৰ দেশত আজিকালি মান খোৱা ডাঙৰ ডাঙৰ মানুহকো কিনি থব পাৰি; শাক-পাচলিৰ বজাৰত সোমাৰ নোৱাৰি, মহঙ্গী। লাও-কোমোৰাৰ তুলনাত মানুহ সস্তা।

পত্ৰিকাত লেখা বাশিফসৰ দৰে আমাৰ ৰাজনৈতিক পৰ্য্যবেক্ষকৰ দুমুখীয়া কথা শুনি 'বেজাৰ' লাগিলে। আহিন-কাতিৰ কঙ্গালী কথা পাঠকৰ ভাল লাগিবও পাৰে। ৰম্য শব্দ কালিদাসৰ প্ৰিয়, কেইবা ঠাইতো ব্যৱহাৰ কৰিছে। এটা যুগত শৰৎকালৰ কদৰ আছিল। এশ বছৰ সুবুলি 'এশটা শৰৎ' বুলিছিল। জীবেম শৰদঃ শতম্। কোনো পণ্ডিতে কয়, এসময়ত শৰৎকালৰপৰা বছৰ আৰম্ভ হৈছিল। অষ্টমী-নৱমীৰ সন্ধি পূজাই সেই স্মৃতিকে বহন কৰে, তেওঁলোকৰ মতে। কালিদাসৰ ঋতুসংহাৰত শৰৎকালক কমনীয় ন কইনা বুলি আদৰ কৰিছে—'প্ৰাপ্তা শৰন্নাৱধুৰিৰৰূপ ৰম্যা।' ৰঘুনাথ চৌধুৰীয়ে বহাগীৰ বিয়াৰ ইঙ্গিত ইয়াতে পাইছিল নেকি? ঋতুসংহাৰক বহুতে কালিদাসৰ ৰচনা নহয় বুলি ক'ব খোজে, অৰবিন্দই কালিদাসৰ কবি জীৱনৰ প্ৰথম প্ৰয়াস বুলি কয় আৰু কালিদাসৰ সৃষ্টি-প্ৰতিভাৰ আগজাননী বুলি ভাবে। ঋতু সংহাৰৰ তুলনাত ইংৰাজী Thomson ৰ কবিতা The Seasons সেৰেকা আৰু নিপ্ৰাণ।

---

## প্লেটোৰ গণৰাজ্য

চোৰ-চাং বোলা বস্তুটোৰ নাম আজিকালি বহুতে খুব সম্ভব শুনাই নাই। আমাৰ ল'ৰালি কালত কোনো কোনো গাঁৱলীয়া গৃহস্থৰ ঘৰে ঘৰে এটা কোঠালিত ধান-ভঁৰালৰ দৰে চাং পাতি গাধৈৰে বেৰি পেলায়, আৰু বেৰত ডাঠকৈ লিপি এন্ধাৰ কৰি ৰাখে। তাত তাম-পিতলৰ সাজ-বাচন থাকে, তাকে চোৰৰ চকুত নপৰাকৈ লুকুৱাই থয়, ৰাম্বৰস্তৰ গাঁতৰ নিচিনা—'ঘোৰ অন্ধকাৰে আছে গৰ্তক আবৰি।" আমাৰ ঘৰতো তেনে এখন চোৰ-চাং আছিল। তাৰ ভিতৰতে পেৰা, চন্দুক, জপা-যঠিয়া আৰু বেৰাকাঁহী, মাইহাং, কাঁহী-বাটি ভৰাই থয়। মাজে সময়ে বিহুৰে সংক্ৰান্তিয়ে বা কিবা সকাম-নিকাম হ'লে বা ওচৰ-চুবুৰীয়াই বিচাৰিলে এই চোৰ-চাঙৰ কোনোমতে আঁঠুকাঢ়ি সোমাব পৰা দুৱাৰখনৰ তলা মুকলি কৰে। এনেকুৱা এটা ছল পালেই আমি সক সক ল'ৰা-ছোৱালীবোৰ এই 'ডাৰ্ক চেম্বাৰ'লৈ সোমাই যাওঁ। বস্তু-বাহানিবোৰ সুমোৱাৰ পিছত কেতিয়া আকৌ সেই আন্ধাৰ কোঠাৰ দুৱাৰ মেলে তালৈ বাট চাই থাকোঁ। দুৱাৰ মেলা আৰু জপোৱাৰ এই অলপীয়া সময় আমাৰ ল'ৰালি মনৰ এটা ডাঙৰ অভিজ্ঞতা। এই চোৰ-চাঙৰ ভিতৰখন আমাৰ কুমলীয়া মনৰ কাৰণে এখন ৰহস্যময় ৰাজ্য। এবাৰ সেই চোৰ-চাঙত সোমাই থাকোঁতে এটা অপূৰ্ব অভিজ্ঞতা লাভ হ'ল। ডাঠকৈ লেপি থোৱা সেই বেৰৰ এটা ফুটাইদি বাৰীত চোৰ-চাঙৰ বাহিৰত বতাহত হালি-জালি থকা গছৰ ছবি চোৰ-চাঙৰ ভিতৰত সক হৈ পৰিছিল। সেই 'ফেনমেনন' বা সক ঘটনাটোৱে মোৰ মনত এটা অদ্ভুত আলোড়নৰ সৃষ্টি কৰিছিল। এই কৌতুহলটো বহু দিনলৈকে আছিল। ক্ৰমে মাৰ গ'ল। স্নাতকোত্তৰ শ্ৰেণীত অধ্যক্ষ হেৰম্ব মৈত্ৰই কাৰ্লাইল আৰু ইমাৰ্চন পঢ়াওঁতে এদিন কিবা এটা প্ৰসঙ্গত প্লেটোৰ ৰিপাব্লিকৰ সপ্তম অংশত থকা এন্ধাৰ গহ্বৰৰ বন্দীহঁতৰ কথা উল্লেখ কৰিছিল। তেতিয়াই মোৰ সককালৰ সেই চোৰ-চাঙৰ অভিজ্ঞতালৈ ছাট্ কৰে মনত পৰিল। আগতে যদিও প্লেটোৰ ৰিপাব্লিকৰ নাম শুনিছিলোঁ, তাৰ ভিতৰলৈ সোমাই যোৱা নাছিলোঁ। অধ্যাপক মৈত্ৰৰ বক্তৃতাই প্লেটোৰ ৰিপাব্লিকলৈ সোমোৱাৰ বাপটো বঢ়াই দিলে। সেই সময়তে কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক কিৰণ মুখোপাধ্যায় বোলা এগৰাকী গ্ৰীক সাহিত্য আৰু দৰ্শনৰ পণ্ডিত লোক আছিল। তেওঁ ৰৰ্ড্ছৱৰ্থৰ

Preface পঢ়াইছিল। আমাৰ পৰীক্ষাৰ কাৰণে বিশেষ প্ৰয়োজন নেথাকিলেও গ্ৰীক সাহিত্য-সমালোচনা সম্বন্ধে দুটামান বক্তৃতা দিছিল আৰু সেই সময়ত কলিকতাত Poetry Society-তো তেওঁ এই সম্পৰ্কে কৈছিল। প্লেটো কবি-বিলাকৰ আৰু আন ললিতকলাৰ প্ৰতি কিয় খড়্গহস্ত আছিল সেই সম্বন্ধে জানিবলৈ বিপাব্লিকৰ বাহিৰেও প্লেটোৰ আন আন গ্ৰন্থ যেনে—Lon, Banquet আদি চাবলগীয়া হৈছিল।

প্লেটো পঢ়িবৰ কাৰণে গ্ৰীক অনভিজ্ঞই ইংৰাজী অনুবাদকৰ শৰণ ল'বলগীয়া হৈছিল। এতিয়া আজি ইমান দিনৰ মূৰত তিনিকুৰি যোল বছৰ বয়সত নিজৰ মাতৃভাষাত প্লেটো পঢ়িবলৈ পাই সেই পুৰণি তৃপ্তিকেই আকৌ পাইছোঁ। ( শ্ৰীঅজিত কুমাৰ শৰ্মাই অসমীয়ালৈ অনুবাদ কৰা আৰু সাহিত্য অকাডেমিয়ে প্ৰকাশ কৰা পুথি 'প্লেটোৰ গণৰাজ্য'।) অনুবাদ মূলানুগ হৈছে নে নাই এই সম্পৰ্কে মোৰ কোৱাৰ অধিকাৰ নাই। কিন্তু ভাষাটো যে অনুবাদগন্ধী নহয় সেইটো অনুভব কৰিছোঁ। ক'তো উজুটি খোৱা নাই, কাণতো অসহ্য লগা নাই।

বৰ দুখৰ কথা যে আমি স্বাধীনতা লাভ কৰাৰ ডেৰকুৰিতকৈ অধিক বছৰ হৈ যোৱাৰ পাছতো মূল গ্ৰীক ভাষা পঢ়ি তাৰপৰা পোনপটীয়াকৈ অসমীয়ালৈ ভাঙিব পৰা পণ্ডিত নোলাল। বোধকৰো গ্ৰীকজনা মানুহৰ ভিতৰত সন্দিকৈ প্ৰথম আৰু শেষ।

প্লেটোৰ মূল গ্ৰন্থৰ নাম City State অথবা সংবিধান ( Constitution ) হ'ব লাগিছিল। সেই পুথিৰ আন এটা নাম (Subtitle) আছিল On Justice। প্লেটোৰ বহু কালৰ পাছত মধ্যযুগৰ পণ্ডিতে লেটিনলৈ এই গ্ৰন্থ অনুবাদ কৰোঁতে Republic বুলি অনুবাদ কৰিলে আৰু সেই লেটিন অনুবাদক অনুসৰণ কৰিয়েই তাৰ ইংৰাজী Republic অদ্যাবধি চলি আহিছে। সেই গুণেই আমি অসমীয়াতো এই পুথি 'গণৰাজ্য' উপাধিৰেহে দেখিবলৈ পাইছোঁ। পাঠকে স্বাভাৱিকতেই ধৰিয়েই লয় যে প্লেটোৰ বিপাব্লিকৰ ভাৱধাৰা গণতন্ত্ৰৰ বিৰোধী অথবা প্ৰতিক্ৰিয়াশীল হব নোৱাৰে। অথচ প্লেটোৰ বিপাব্লিকত গণতন্ত্ৰক এটা বিকৃত শাসনতন্ত্ৰ বুলিহে ধৰা হৈছে, ইয়াত দাসত্ব প্ৰথাকো সমৰ্থন কৰা হৈছে। আজি সুদীৰ্ঘ কাল জগতত প্ৰভাৱ বিস্তাৰ কৰি অহা প্লেটোৰ বিপাব্লিকে আধুনিক কালত কোনো কোনো বুদ্ধি-জীৱীৰ ওচৰত তীব্ৰ সমালোচনাৰ সন্মুখীন হ'ব লগাও হৈছে। সেয়ে হ'লেও যুগ যুগ ধৰি জগতৰ দাৰ্শনিক চিন্তাক শাসন কৰি অহা এখন গ্ৰন্থ কোনোমতেই উলাই কৰিব নোৱাৰি। প্লেটোৰ কিছুমান কথাত আমাৰ মত নিমিলিলেও এওঁ ভাঙি

ধৰা মতবোৰ পঢ়ি তন্ন তন্নকৈ চাই বুজিবলৈ চেষ্টা কৰাটো আমাৰ কৰ্তব্য আৰু সেই দৃষ্টিভঙ্গীৰে প্লেটোৰ ৰিপাব্লিক বা যি কোনো গ্ৰন্থকে আমাৰ নতুন পুৰুষে অধ্যয়ন আৰু বিশ্লেষণ কৰা উচিত হ'ব।

প্লেটোৰ গ্ৰন্থৰ প্ৰথমৰপৰা পঞ্চম খণ্ডলৈকে আদৰ্শ ৰাজ্যৰ সম্বন্ধে আলোচনা কৰিছে। এই আদৰ্শ ৰাজ্য একপ্ৰকাৰ utopia অৰ্থাৎ এই ইউটোপিয়া জগতত সাহিত্যৰ মাজেদি পোৱা যায়। ই এক প্ৰকাৰ সাধুকথাৰ ৰাজ্যৰ নিচিনা। দূৰণিৰ নোপোৱা বস্তুৱে মানুহক যেনেকৈ আকৰ্ষণ কৰিব পাৰে চকুৰ আগত পোৱা বস্তুৱে তেনেকৈ মোহিব নোৱাৰে। প্লেটোৰ ৰিপাব্লিকৰ আকৰ্ষণৰ ইও এটা কাৰণ। মন কৰিবলগীয়া যে শেলীৰ দৰে কবিয়েও প্লেটোৰ দাৰ্শনিক মতবোৰ মানি লৈ, কাব্যসম্বন্ধীয় কথাবোৰ সম্পূৰ্ণ উলাই কৰি গৈছে। ই ৰাজনৈতিক গ্ৰন্থতকৈ ইয়াক কাব্যগ্ৰন্থ বোলাহে উচিত হ'ব। ইংৰাজী সাহিত্যত More বোলা লেখকজনৰ ইউটোপিয়া নামৰ পুথিখন এই শ্ৰেণীৰ পুথি। সেই নীতি অনুসৰণ কৰি বহুতে লিখিছে। Gulliver's Travelsও ঠিক এই ধৰণৰ পুথি বুলি ক'ব পাৰি। যোৱা শতাব্দীত Butler নামৰ এজন লেখকে Erehwon নামৰ এনে এখন গ্ৰন্থ লিখিছিল। ওলোটাই পঢ়িলে Nowhere হয়। প্লেটোৰ পদ্ধতি নাটকীয় পদ্ধতি। তেওঁৰ জ্যেষ্ঠ সমসাময়িক প্ৰখ্যাত বুদ্ধিজীৱী চক্ৰেটিছৰ মুখেদি তেওঁৰ কেইজনমান শিষ্যৰ লগত হোৱা কথোপকথনত ৰাষ্ট্ৰ সম্বন্ধে, বিভিন্ন বিষয়ৰ অৱতাৰণা কৰিছে। এই প্ৰণালীৰে লিখাত পুথিখনত এটা ঘৰুৱা পৰিবেশৰ সৃষ্টি হৈছে, স্বাধীনভাৱে বিভিন্ন চৰিত্ৰই নিজৰ মতামত দাঙি ধৰাত সুবিধা হৈছে, ভাষা আৰু উপমাও নিতান্ত ঘৰুৱা হৈ পৰিছে। মাজে মাজে কথাবিলাক অতি ৰসাল হৈ পৰিছে। কথা-বতৰা কওঁতে বক্তাসকলৰ যুক্তিৰ নানাৰকম সামঞ্জস্যহীন কথা ওলাই মনত অলপ হাহিব খোৰাকো যোগাইছে। এই যে নাটকীয় ৰীতি, এই যে সাহিত্যৰ সাজ পিন্ধি ওলোৱা ৰাষ্ট্ৰনীতিৰ কথা এই গুণবোৰৰ কাৰণেই আজি অতদিনে প্লেটোৰ ৰিপাব্লিকে মানুহক মুগ্ধ কৰি আহিছে। এই গ্ৰন্থত যিজন চক্ৰেটিছক দাঙি ধৰা হৈছে, প্ৰকৃত চক্ৰেটিছৰ মতামত যথাৰ্থতে তেনে আছিল নে নাই ক'ব নোৱাৰি। অৱশ্যে চক্ৰেটিছৰ চৰিত্ৰ আৰু তৰ্কৰ পদ্ধতি উপযুক্ত শিষ্য প্লেটোৰ পুথিত নিৰ্ভুলভাৱেই ধৰা পৰিছে। প্লেটোৱে অৱলম্বন কৰা নাটকীয় পদ্ধতি পৰৱৰ্তী কালত জৰ্জ বাৰ্ণাৰ্ড শ্বয়ো কিছু পৰিমাণে গ্ৰহণ কৰা যেন লাগে। বাৰ্ণাৰ্ড শ্বই তেওঁৰ নাটকবোৰক সামাজিক আৰু ৰাজনৈতিক চিন্তা প্ৰচাৰ কৰি পৰা নাটক বুলি আখ্যা দিছিল। কিঞ্চিৎ পৰিমাণে হ'লেও প্লেটোৰ কথোপকথন নাটকীয়

অনুশাসনৰ লগত ৰিয়া বিভিন্ন চিন্তা বুলি ক'ব পাৰি। ৰিপাব্লিকৰ এটা মাই কথা হ'ল যে দেশৰ শাসকসকল দাৰ্শনিক বা জ্ঞানী হ'ব লাগিব। আমাৰ 'গীতা'ৰ কথাৰে 'স্থিতপ্ৰজ্ঞ'ও বুলিব পাৰি। প্লেটোৰ ৰিপাব্লিকৰ ষষ্ঠ আৰু সপ্তম খণ্ডত এই দাৰ্শনিক সকলনো কেনে, তেওঁলোকৰ চৰিত্ৰ কেনে হ'ব লাগে, এই সম্পৰ্কে চক্ৰেটিছ আৰু তেওঁৰ বন্ধুসকলৰ মাজত আলোচনা চলিছে। এনে আদৰ্শ শাসকৰ কথা মহাভাৰতৰ শান্তি-পৰ্বতো পোৱা যায়। শৰশয্যাত পৰি থকা ভীষ্মই জিজ্ঞাসু যুধিষ্ঠিৰক কৈছে, "যিজন প্ৰজ্ঞাৱন্ত মেধাবী, বিশুদ্ধস্বভাৱ, শাস্ত্ৰজ্ঞ, জ্ঞানসম্পন্ন, আত্মতুল্য প্ৰিয়, সুহৃৎ, সত্যবাদী, সচ্চৰিত্ৰ, গম্ভীৰ স্বভাৱ, লজ্জাশীল, মৃদু, পাপদ্বেষী-প্ৰগল্‌ভ, সন্তোষপৰায়ণ, মন্ত্ৰজ্ঞ, কালদৰ্শী, শৌৰ্যসম্পন্ন, যুদ্ধ-নিপুণ আৰু নীতিবিশাৰদ; যিজনে শান্তবাদেৰে লোকক বশীভূত কৰিব পাৰে, ৰাজাৰ ধাৰ্মিকসকলে যাক বিশ্বাস কৰে—এনে লোকেই মন্ত্ৰীত্বৰ উপযুক্ত।" (শান্তিপৰ্ব—৮৩)

মন্ত্ৰীবিলাক যেন পঞ্চাশ বছৰীয়া, বিনীত, বুদ্ধিমান, অপক্ষপাতী, বিচাৰক্ষম, লোভ আৰু মৃগয়াদি সপ্তদোষবিবৰ্জিত হয়। (শান্তিপৰ্ব—৮৫)

চাৰিজন সুপবিত্ৰ বেদবিদ্যাবিশাৰদ ব্ৰাহ্মণ, আঠজন অস্ত্ৰধাৰী মহাবলপৰাক্ৰম ক্ষত্ৰিয়, অতুল ঐশ্বৰ্য্যসম্পন্ন একবিংশতি বৈশ্য, বিনীত স্বভাৱ তিনিজন শূদ্ৰ আৰু এজন শুশ্ৰূষাদি গুণসম্পন্ন পুৰাণবেত্তা সূতক অমাত্য পদত নিযুক্ত কৰা কৰ্তব্য। (শান্তিপৰ্ব—৮৫)

প্লেটোৰ ৰিপাব্লিকত বৰ্ণনা কৰা দেশৰ অভিভাৱকসকলৰ চৰিত্ৰত মহাভাৰতত বৰ্ণনা কৰা মন্ত্ৰীসকলৰ লগত বিশেষ অমিল একো নাই। প্লেটোৱে যেন মহাভাৰতৰ কিছুমান কথা প্ৰতিধ্বনিহে কৰিছে। প্লেটোৱে দাৰ্শনিকসকলৰ বৰ্ণনাৰ প্ৰসঙ্গত সামাজিক আৰু দাম্পত্য জীৱন সম্পৰ্কে এনে কিছুমান মত দাঙি ধৰিছে, যিবিলাক মানুহে সহজে গ্ৰহণ কৰিবলৈ টান পাব। অষ্টম আৰু নৱম খণ্ডত প্লেটোই সংবিধানৰ দোষ-গুণৰ কথা আলোচনা কৰিছে। তেওঁ সংসাৰত সেই সময়ত যিমানবিলাক ৰাজ্য আছে সকলোবোৰকে পাঁচোটা ভাগত ভাগ কৰিছিল। যেনে—অভিজাততন্ত্ৰ, ধনৱন্তৰ তন্ত্ৰ, অল্পতন্ত্ৰ, গণতন্ত্ৰ আৰু স্বৈৰতন্ত্ৰ। তেওঁৰ মতে অভিজাততন্ত্ৰই আদৰ্শ তন্ত্ৰ আৰু অভিজাত শ্ৰেণীৰ মানুহেই আদৰ্শ মানুহ। গতিকে প্লেটোৰ এই শ্ৰেণীবিভাগ আধুনিক যুগৰ ধাৰণাৰ লগত খাপ নেখায়। তদুপৰি সেই যুগত একোখন ৰাষ্ট্ৰৰ সীমা নগৰতেই আবদ্ধ আছিল। গতিকে প্লেটোৰ সকলোবোৰ ধাৰণা আধুনিক সমাজৰ মানুহে গ্ৰহণ কৰিবলৈ টান পাব। প্লেটোৱে কয় যে যেতিয়াই ধনিক তন্ত্ৰৰ আৰম্ভ হয়, তেতিয়াই চৰিত্ৰতাত চেপা খোৱা শ্ৰেণীৰ

সৃষ্টি হয় আৰু এই ধনিক শ্ৰেণীক ব্যৰ্থ কৰিব পৰাটোৱেই গণতন্ত্ৰৰ উদ্দেশ্য। কিন্তু প্লেটোৰ মতে উশৃঙ্খলতাই গণতন্ত্ৰৰ বৈশিষ্ট্য। সেই কাৰণে প্লেটোৱে গণতন্ত্ৰক সমৰ্থন কৰা নাই। কিন্তু আধুনিক কালত গণতন্ত্ৰৰ আদৰ্শ সম্পূৰ্ণ বেলেগ হৈছে। অৱশ্যে আজিৰ যুগতো পৃথিৱীৰ বহুত ঠাইতে গণতন্ত্ৰ এটা আকাঙ্খাৰ বস্তুহে হৈ আছে। প্লেটোৱে সন্দেহ আৰু ভয় কৰিছিল যে গণতন্ত্ৰ উশৃঙ্খলতাত পৰিণত হ'ব পাৰে। আজিৰ যুগতো এনে উদাহৰণ বিৰল নহয় আৰু প্লেটোৰ সন্দেহো একেবাৰে অমূলক নহয়।

প্লেটো এজন দাৰ্শনিক মানুহ। তেওঁ এখন বিদ্যালয় পাতি তাত ৰাজনীতি, দৰ্শন আদিৰ বিষয়ে চৰ্চা কৰিছিল আৰু ছাত্ৰকো শিক্ষা দিছিল। কিন্তু সেই বুলি ৰাজ্য-শাসন সম্বন্ধে বাস্তৱ অভিজ্ঞতাৰো অভাৱ নাছিল। সেই কালত এথেন্সৰ আশে-পাশে থকা বহুতো ৰাষ্ট্ৰ তেওঁ ভ্ৰমণো কৰিছিল আৰু সেই ৰাষ্ট্ৰবোৰৰ গতি-বিধি, নিয়ম শৃঙ্খলা আদি সম্পৰ্কে দেখি-শুনি বহুত জ্ঞান আহৰণ কৰিছিল। সেই কাৰণে তেওঁক এজন নিৰ্জলা একাডেমিচিয়ান বা বাস্তৱজ্ঞানবিহীন গ্ৰন্থ পণ্ডিত বুলি ক'ব নোৱাৰি। তেওঁ এজন যুক্তিবাদীও আছিল। তেওঁৰ ৰিপাব্লিক গ্ৰন্থতো যিবোৰ সিদ্ধান্ত লোৱা হৈছে, সকলো যুক্তি-নিৰ্ভৰ। অৱশ্যে সেই যুক্তিবিলাকৰ সীমাবদ্ধতা আছে। তেওঁৰ অকাডেমিৰ দুৱাৰমুখত হেনো এনেকৈ লিখা আছিল, জ্যামিতিৰ জ্ঞান নোহোৱা মানুহ ইয়ালৈ নোসোমাব। ইয়াৰ পৰাই মানুহজনৰ বিষয়ে এটা ধাৰণা কৰিব পাৰি। এই সম্পৰ্কে বাৰ্ট্ৰাণ্ড ৰাছেলে তেওঁৰ History of Western Philosophy বোলা গ্ৰন্থত এটা সুন্দৰ মন্তব্য কৰিছে—আধুনিক কালত প্লেটো সম্বন্ধে গৱেষণা কৰি পণ্ডিতালি কৰা মানুহ প্ৰায়েই গণিতশাস্ত্ৰ সম্বন্ধে অজ্ঞ। অথচ প্লেটোৱে নিজেই এই গণিতৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। প্লেটোৱে যি কথা লাগতিয়াল বুলি ভাবিছিল, সেই কথালৈ আওকাণ কৰি অকল গ্ৰীক পঢ়া মানুহ বহুত আছে।

প্লেটোৰ শিক্ষাৰ এটা বিশেষ অংশ হ'ল শাসকসকলৰ আদৰ্শ চৰিত্ৰ। কিন্তু আধুনিক গণতন্ত্ৰই এই আদৰ্শ চৰিত্ৰৰ মানুহ নিৰ্বাচন কৰাৰ ভাৰ জনগণৰ হাততেই দিছে। কিন্তু যেতিয়ালৈকে জনগণ নিজেই যথেষ্ট উন্নত হ'ব নোৱাৰে তেতিয়ালৈকে জনগণৰ প্ৰতিনিধি আদৰ্শ পুৰুষ হোৱাটো সম্ভৱপৰ নহয়। We get the Government we deserve. কুঠীয়াৰ কুঠুনী, কুকুৰৰ কুকুণী। চক্ৰেটিছে তেওঁৰ মৃত্যুৰ আগে আগে তেওঁৰ ওচৰত থকা বন্ধুসকলক কৈছিল যে তেওঁ এবাৰ নৰিয়া পৰোঁতে এচ্‌কেলিপাচ দেৱতালৈ এটা কুকুৰা আগ কৰিছিল। নৰিয়া ভাল হোৱাৰ

পাছত সেই কুকুৰা দিয়া নহ'ল। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ বন্ধুবিলাকে যেন যেনেভাৱে সেই ধাৰটো মাৰে। প্ৰত্যেক মহাপুৰুষেই এনে একোটা ধাৰ থৈ যায়। পো-নাতিবিলাকৰ কৰ্তব্য পিতৃপুৰুষক সেই ঋণৰপৰা মুক্ত কৰা। প্লেটোৱে যদি কিবা ধাৰ লগাই থৈছে, প্লেটোৰ পৰৱৰ্তী শিষ্য সম্প্ৰদায়ে সেই ধাৰ মাৰিব লাগিব।

প্লেটোৰ মতে, এই জগতত যি দেখিবলৈ পাওঁ তাৰ প্ৰত্যেকৰে এটা আদি শাশ্বত (archetype) ৰূপ আছে। এই আদৰ্শৰূপ ইন্দ্ৰিয়গ্ৰাহ্য নহয়। তেওঁৰ মতে, সেই গুণেই কবি-শিল্পী অসত্যৰ সেৱক, কিয়নো শিল্পীৰ সৃষ্টি এই আদৰ্শৰূপৰ নকলৰো নকল (thrice removed from the real) তেওঁৰ প্ৰস্তাৱিত Justice বা ধৰ্মও সেইগুণে এটা mystic আদৰ্শ। আজিৰ মানুহে এই mysticism অৰ্থাৎ যতো-বাচো নিবৰ্ত্ততে অপ্ৰাপ্য মনসা সহ—বাক্য-মনে যাক নাপাই ঘূৰি আহে সেই বস্তুক গ্ৰহণ কৰিবনে? এয়ে প্ৰশ্ন। ধৰ্মস্য তত্ত্বং নিহিতং গুহায়াম্—ধৰ্মৰ তত্ত্বই ধৰা নিদিয়ে। জগতৰ consensus—এই ধৰ্ম। কিন্তু তাতো বহুত লেঠা। consensusটো তীৰ্থযাত্ৰীৰ নে ডকাইতৰ?

———

# হাতীৰ কথা

## 'হস্তীৰ খোজত সবে লুকায়'—কীৰ্ত্তন

মই শ্ৰীযজ্ঞেশ্বৰ শৰ্মাই নতুন তত্ত্ব, নতুন তথ্য একো দিব নোৱাৰোঁ। মই বেজ-জ্ঞানীও নহওঁ। বুৰঞ্জী, ভূগোল, বিজ্ঞান, দৰ্শন, অৰ্থনীতি, ৰাজনীতি এইবোৰৰ জ্ঞান নাই বুলিলেই হয়। মাষ্টৰী ব্যৱসায়টো পাল মাৰি চলালোঁ। এনে পণ্ডমুৰা অধ্যাপকৰ পক্ষে মন্দ-কবি আৰু প্ৰবন্ধকাৰ হোৱাৰ প্ৰয়াসৰ বাহিৰে অন্য গতি নাই। বোধহয় কৌটিল্যৰ পুথিত পাইছিলোঁ, হাতীৰ সহায়ত হাতী ধৰাৰ দৰে টকাৰ সহায়েৰে টকা ঘটিব পাৰি। সেইগুণে ময়ো সাহ পাই হাতীৰ বিষয়ে ৰচনাকে এখন লেখি ৰাইজৰ মনোযোগ ধৰিবলৈ চেষ্টা বা প্ৰবন্ধ কৰিলোঁ। দীঘল প্ৰবন্ধ ভালপোৱা সকলে মোৰ সৰু প্ৰবন্ধ পঢ়িব নালাগে। তেখেতসকলে বিদ্বত পঞ্জিকা পঢ়িব। তাত আয়-ব্যয়, বৰ্ষফল আৰু আত্ম-বিজ্ঞাপন বহুত পাব।

নেপালী ৰজা শুদ্ধোধনৰ ৰাণী মায়াই বগাহাতী সমাজিকত দেখিলে। বুদ্ধদেৱৰ জন্মৰ সেয়েই পূৰ্বনিমিত্ত—আগ-জাননী। সেই বুদ্ধদেৱৰ শিক্ষাই একালত পৃথিৱীৰ সমানে এফাল জিনি পেলালে। এতিয়া বুদ্ধৰ সবাহ পাতে, নাম গায়—তালৈ কোনেবা কাণ কৰে? অৱশ্যে বৌদ্ধধৰ্মৰ অনুষ্ঠান আচৰণৰ প্ৰভাৱ আঁহে আঁহে লুকাই লুকাই সোমাই আছে। ধৰাটোহে টান।

কণাই হাতী দেখা গল্পটো কোনে নাজানে? গল্প লেখকে বোধহয় আমাৰ দৰে হসন্ত'ৎ' পণ্ডিৎসকলকে অন্ধ-গজন্যায়ৰ আশ্ৰয় লৈ গুৱাল-গালি পাৰিছিল। কণাই হাতীৰ ঠেং কলগছ, অজগৰ সাপ এইবোৰৰ লগত কেনেকৈ তুলনা কৰিব পাৰিলে বাৰু? কণাকেইটা আগতে কণা নাছিল। শাস্ত্ৰ পঢ়িহে দৃষ্টি হেৰুৱালে। সত্যনাৰায়ণৰ পূজা কৰাহেঁতেন নিশ্চয় চকু পালেহেঁতেন।

সৃষ্টিৰ আদি পৰ্বত দেৱতা অসুৰে সাগৰ মথোতে হাতী এটা উঠি আহিল। 'ইন্দ্ৰো হি ৰাজা দেৱানাম্' ৰজাৰ ভাগত হাতী পৰিল। এই হাতীৰ কথাও পুৰাণ-ভাগৱতত বহুত আছে। ইন্দ্ৰ আৰু শচীয়ে এতিয়াও হাতীত উঠি গা ফেলাই ফুৰিছে। আমি নৰমনিছবোৰ বাট কুৰি বাই মৰিছোঁ। অথবা ভগ্ন ৰাছত উঠি হাত-ভৰি-মূৰ ভাঙিছোঁ। টুকৰীয়া কবায়ে গায়—

'শচীদেৱী সহিতে হাতীত উঠি যোৱা,
প্ৰাণীলৈ নোচোৱা কিয়?'

দেৱতাবোৰে অমৃতৰ বাটি আগত লৈ মছগুল হৈ বহি থাকে। মানুহৰ দুখ-দুৰ্দশা, যুদ্ধ-বিগ্ৰহ, দুৰ্ভিক্ষ, মাৰি-মৰক এইবোৰ কথা চিন্তা কৰিবলৈ তেওঁলোকৰ আহৰি ক'ত? আমি সকতে আনন্দ আগৰৱালাদেৱে লেখা পত্ত পঢ়িছিলোঁ।—

"হাতীত উঠি বাপীৰাম ঘৰলৈ যায়।
কানীয়াই পিছপৰি চিঞৰি নাপায়।"

পৃথিৱীত চিৰকালেই বাপীৰামহঁত হাতীত উঠি গৈ আছে। কানীয়া ককাইহঁতে 'আমাকো নে আমাকো নে' বুলি আটাহ পাৰিছে। এই হাতীত উঠা, এই আটাহ পৰা অনন্তকাল চলি আছে, চলি থাকিবও। বেদৰ গল্পত কোবাৰ দৰে মই কিন্তু মোৰ বিশ্বাসী ভৰি দুটাৰ ওপৰতে নিৰ্ভৰ কৰি খোজ কাঢ়ি গৈ থাকিম, গৈ থাকিম।

ইন্দ্ৰ ৰজাকে দেখি আমাৰ পৃথিৱীৰ ৰজা-মহাৰজাসকলেও হাতীক মৰ্য্যাদাৰ বস্তু বুলি ধৰি ললে। হাতী ৰখা, হাতী ধৰা, হাতী প্ৰতিপাল কৰা, চিকিৎসা কৰা এইবোৰৰ ব্যৱস্থা কৰিলে। যুদ্ধতো হাতী, অসম কামৰূপৰ ভগদত্ত ৰজায়ো হাতী-বগুৰা লৈ যুদ্ধত যোগ দিছিল। আমাৰ ইয়াত হাতীৰ তেতিয়াৰপৰা নাম আছে। ভগদত্ত ৰজাই যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত আন উপহাৰৰ লগতে হাতী-দাঁতৰ নাল-লগোৱা তৰোৱাল এখন চক্ৰবৰ্তী ৰজাক উপহাৰ দিছিল কামৰূপ ৰাজ্যৰ বিশিষ্টতাৰ চিনস্বৰূপে। ভাৰতত হাতী চিকিৎসা সম্পৰ্কে চিন্তা-গৱেষণা যথেষ্ট হৈছিল আৰু বিশেষজ্ঞ পণ্ডিতে সেই বিষয়ে পুথি লেখিছিল। হাতীৰ ক্ষেত্ৰ কামৰূপতো' সেই বিষয়ৰ পুথি ৰচনা হৈছিল। তেওঁক বুৰঞ্জীয়ে যিমানেই দোষ দিয়ক আহোম স্বৰ্গদেৱ শিৱসিংহৰ দিনত "হস্তিবিদ্যাৰ্ণৱ" বোলা এখন পুথি অসমীয়া গদ্যত লিখাই চিত্ৰ-বিচিত্ৰ কৰি থৈ দিছিল। অসমীয়া মানুহে এতিয়া তাকে লৈ গৌৰৱ কৰিব পৰা হৈছে। সেই পুথি দুই-এটা ভুল-চুকেৰে হ'লেও প্ৰকাশ পোৱাত অসমীয়া জাতিৰ গৌৰৱ গধুৰ হৈছে। অসমীয়া ভাণ্ডৰীয়া মাত্ৰেই হাতীৰ জ্ঞান লাভ কৰিছিল। অলপতে স্বৰ্গগামী হোৱা প্ৰখ্যাত সাহিত্যিক বেণুধৰ শৰ্মাৰ নিচিনা লোকো অলপ দিন হাতী চিকাৰত জড়িত আছিল। গড়মূৰ সত্ৰৰ চলাজনা অধিকাৰেও হাতী-খেতত ভৰি দিবলৈ মন মেলিছিল।

হাতীৰ গিৰী হ'ব পৰাটো অসমীয়া সমাজৰ এটা আকাঙ্ক্ষা আছিল যেন লাগে, যেনেকৈ আজিকালি দামী, ধুনীয়া, চকুত লগা মটৰ গাড়ী এখন লোৱাটো। নিচুকণী গীতত কি পাওঁ?—

"সোনানো কেলৈ ? ধন তৰাবলৈ।
ধননো কেলৈ ? হাতী কিনিবলৈ
হাতীনো কেলৈ ? উঠি ফুৰিবলৈ ?"

"গপত মৰিল গজহস্তী"—এই কাহিনী নজনা অসমীয়া মানুহ বোধকৰো নাই। বনগীততো হাতীৰ কথা আৰু হাতী ধৰিবলৈ যোৱাৰ কথা। মাতৃস্নেহ আৰু পত্নীপ্ৰেমৰপৰা বঞ্চিত দুৰ্ভগীয়াই মনৰ সান্ত্বনাৰ কাৰণে চটাই পৰ্বতত হাতী ধৰিবলৈ ওলায়।

বৰ দ' পানী হ'লে হাতীয়ে মাউতে তল যোৱা বুলি কয়। শকত-আবত বলী মানুহটোক 'মৎগজ' বুলি কয়। বাতিটো দীঘল হ'লে বাতিটো হাতীৰ সমান বোলে। হাতীক খুউৰাবদৰে খুৱাবা, বাঘৰ চকুৰে চাবা— বুঢ়ালোকৰ বচন। সাধুকথাত শুকুলা হাতীয়ে ৰাজকোঁৱৰক পিঠিত তুলি লৈ যোৱাৰ কাহিনী আছে। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত শুকুলা হাতীত উঠি গোসাঁই আহি আন্ধাৰৰ লগত যুঁজ কৰিছে। উত্তৰাকাণ্ড ৰামায়ণত হাতী আৰু শহাৰ তুলনা কৰিছে।

"হস্তিৰ দেখিয়া লাদ। শশা যেন ফাড়ে মাৰ্গ।"—এনে উপমা মাধৱ কন্দলিয়ে ব্যৱহাৰ কৰা সম্ভৱ হব পাৰে কিন্তু শ্ৰীমন্ত শঙ্কৰদেৱৰ লেখনীৰ পৰা এনে পদ ওলোৱা মোৰ মনে নধৰে। কেতিয়াবা ভাবো এই পদফাকি প্ৰক্ষিপ্ত নেকি ? বৰ্তমান প্ৰকাশিত উত্তৰাকাণ্ড ৰামায়ণৰ কোনখিনি শঙ্কৰদেৱে লেখা আৰু কোনখিনি পূৰ্বকবিয়ে লেখা তাৰো এটা বিচাৰ-বিশ্লেষণ হব লাগে নেকি ?

"বদলেয়াৰৰ দেখি লাদ। আধুনিকে ফাড়ে মাৰ্গ"—আজিকালিৰ কবিয়ে এনেদৰে লিখিলে আচৰিত হব লগা একো নাই। অসমীয়া মানুহে ব্যঙ্গ কৰি কয়, "হাতী-দাঁতৰ কৰা, ব'দ জিলিকে পুৰা।" অৱশ্যে মানী মানুহক হাতীখুজীয়া বাটিত জলপান দিয়ে। ৰুক্মিণীহৰণ কাব্যত—"ৰুক্মিণী বৰ্মণা কুঞ্জৰ গমনী"। থুলন্তৰ শকত-আবত পুৰুষক আৰু ব্যক্তিত্বসম্পন্ন লোকক "গজেন্দ্ৰ" পুৰুষ বুলি কয়।

কালিদাসৰ মেঘদূতৰ আৰম্ভতে আহাৰ মহীয়া আকাশত উৰি ফুৰা মেঘক কোনো এসময়ত 'ক্ৰীড়াপৰিণত গজ'ৰ আকৃতি ধাৰণ কৰা বুলি বৰ্ণাইছে। উপমাটো শৃঙ্গাৰ ৰসাত্মক। শেক্সপীয়েৰৰ এণ্টনিৰ কল্পনাই চঞ্চল মেঘৰ বিচিত্ৰ ৰূপ দেখিছে। সেই মেঘে কোনো সময়ত ড্ৰেগনৰ ৰূপ ধৰে, সিংহৰূপো ধৰে। এইবোৰ চিত্ৰই মানুহৰ ভাগ্যৰ দ্ৰুত পৰিবৰ্তনৰ ইঙ্গিত বহন কৰে। সেই দেশত হাতী দুৰ্লভ, সেইগুণে হাতীৰ কথা তাত নাই। এণ্টনিৰ ক্লিঅ'পেট্ৰা ড্ৰেগনৰ দৰেই ৰহস্যময়ী আৰু বিভীষণা। কালিদাসৰ শকুন্তলা নাটকৰ প্ৰথম অঙ্কতেই বনৰীয়া হাতীয়ে

শান্তিময় তপোবনৰ গছ-গছনি মহটিয়াই পেলোৱাৰ উল্লেখ কৰিছে। এই ঘটনাই নাটকৰ মূল বিষয়বস্তুৰ ইঙ্গিত দিছে। সেই নাটকতে হাতীৰ খোজৰ উপমাও আছে। ৰঘুবংশত হাতীৰ কথা কেইবা ঠাইতো আছে, বিশেষকৈ কামৰূপ প্ৰসঙ্গত। কালিদাসক কামৰূপেও দাবী কৰিব পাৰে।

সংস্কৃত কাব্যৰ ছন্দবিলাকৰ ধুনীয়া ধুনীয়া নামবোৰ কাৰ মগজত খেলাইছিল কব নোৱাৰি। ছন্দৰ এই নামবোৰ একেজন মানুহেই দিলে নে গণতান্ত্ৰিক পদ্ধতিত ভোট লৈ দিয়া হৈছিল, ভাবিবলগীয়া হৈছে। বাঘ, হৰিণী, সাপ, ময়ূৰী, এইবোৰৰ নামেৰে একোটা একোটা ছন্দৰ নামকৰণ হৈছে। হাতীকো পাহৰা নাই। হাতীৰ গহীন খোজ অনুকৰণ কৰি গজগতি ছন্দ।

মোৰ সৰুকালৰ এটা দুখলগা সোঁৱৰণী হাতীৰ লগত মেৰ খাই আছে। কল ঠকৰাৰ কাঠৰ ওপৰত বহি ফলিত অঙ্ক কৰি থাকোতেই আমাৰ পঢ়াশালিৰ দুটা ল'ৰাক ঘৰৰপৰা কোনোবাই আহি অকস্মাৎ মাতি লৈ গ'ল। তিনিসুকীয়াৰ ফালে হাতী-মহলত থকা পিতাকক বনৰীয়া হাতীয়ে মাৰিছে বুলি খবৰ আহিল। আমাৰ কুমলীয়া মনত বৰ আঘাত লাগিল। সেই দিনটো এতিয়াও মনৰপৰা যোৱা নাই। গাঁৱত হাতীগিৰীৰ সন্মান আছিল। গাঁৱৰ অতি দুখীয়া ডেকায়ো দৰা হৈ যাওঁতে কেৰেয়া কৰা হাতীত উঠি এবেলালৈ হ'লেও নিজকে অলপ অসামান্য বুলি ভাবিছিল। সেই বেলাটোত তেওঁ গৰখীয়া, হজুৱা, মৰকীয়া, হালোৱা নহয়। বিয়াত লগা হাতীৰ কাৰণে আগতে তামোল-পাণ এটা বায়না দি থয়। হাতীগিৰীয়ে দুখীয়াৰপৰা কোনো ধন নলয়, মাথোঁ মাউতক ভাং-কানি দিব লাগে, দৰনিকৈ জলপান এটা খুৱাব লাগে। মাউতে দৰা ওলোৱাৰ আগে আগে হাতী ধুৱাই-পখলাই আনি ফোঁট দি হাজিৰ কৰে। এবাৰ আহাৰ মহীয়া বিয়া এখনত দিনৰ দিনটো ধাৰাসাৰ বৰষুণ হোৱাত হাতী নোলালহি। ইফালে বাট-পদূলি, পথাৰ-সমাৰ পানীৰে উপচি পৰিছে। গৰু গাড়ীৰ গিৰিহঁতেও ইতিমধ্যে বাৰিষাৰ আগে আগে গাড়ীৰ অংশবোৰ অৰ্থাৎ চকা, ধুৰা, চৈ, বহা চাং সোলোকাই সামৰি থলে, সেইবোৰ হঠাতে assemble কৰা টান। এতিয়া দৰা কেনেকৈ যায়? দৰা খোজকাঢ়ি গ'লে গাঁওখনৰে বদনাম। তুজনমান মজবুত ডেকাই কঁকালত টঙালি বান্ধি দৰাক কান্ধত তুলি ল'লে। এককাল পানীৰ মাজেদি তুমাইলমান বাট গৈ বাটতে পোৱা চাহ বাগিচাৰ ডাঙৰ ডাক্তৰ এজনৰ ঘৰৰ ঘোঁৰা এটাত দৰাক তুলি লৈ গ'ল। বিষ্ণুৰূপ বৰক সন্মানেৰে কন্যাঘৰৰ কলাগুৰি পোৱালেগৈ। চহিচে অৰণ্যে ঘোঁৰাৰ লেকাম ধৰি গৈছিল।

অৰ্বকাৰী কথাবোৰ কৈছোঁ। প্ৰবন্ধ অৰ্থাৎ essay এনেকুৱাই হয়। ইয়াত লেখকৰ নিৰঙ্কুশ আলাপ আৰু প্ৰলাপ, কথাৰ লাগ-বান্ধ নাই—অসংলগ্ন হোৱাটোৱেই স্বাভাৱিক। হাতীৰ বিষয়ে কবিতা শুনা নাই। হাতী বেপাৰ কৰিবলৈ আফ্ৰিকাৰ হাবিলৈ যোৱা ফৰাচী কবিজনে লেখিছিলনে, নাজানো।

ধানৰ ভঁৰালত এন্দুৰৰ উৎপাত হ'লে ভঁৰালৰ চাঙত হাতীৰ হাড় ছুটুকুৰামান থৈ দিলেই এন্দুৰৰ উপদ্ৰৱ নোহোৱা হয়। এন্দুৰৰ আদিপুৰুষ আছিল গণেশ দেৱতাৰ বাধ্য বাহন। গণেশৰ মূৰ হাতীৰ মূৰ, গতিকে গণেশৰ প্ৰভাৱ। মূৰ্খৰ কথা কবলৈ হ'লে মানুহে গজমূৰ্খ বুলি কয়। ব্যাসদেৱৰ ৰচিত পঞ্চম বেদ মহাভাৰতৰ শ্ৰুতলিপি-লওঁতা বিঘিনি-নাশক গণেশক বাইজে কেনেকৈ মূৰ্খ পাতিলে সেইটোহে চিন্তাৰ কথা। বোধহয় তেওঁৰ নিজৰ বুদ্ধিবৃত্তি কম আছিল। লোকৰ কথাকেহে শুনি লেখি যাব পাৰিছিল। আমাৰ গণতন্ত্ৰৰ গণপতিবিলাকো এনে বুদ্ধিবৃত্তিৰে গৰাকীনেকি? ইংৰাজীত elephantine বুলি এটা শব্দ আছে। তাৰ অৰ্থ জলহু-জথলা। হাতীয়ে কাণেৰেও ভালকৈ নুশুনে। কলা মানুহকো হাতী কলা বুলি কয়। গণতন্ত্ৰৰ নেতৃত্বও মূঢ়, বধিৰ আৰু elephantine—এইকেইটাৰে সমবায় নেকি?

ভাগৱত পুৰাণত কবিয়ে ভগৱন্তৰ পুষ্টি ( grace ) লাভ কৰা গজেন্দ্ৰৰ মুখত গহীন দাৰ্শনিক তত্ত্বেবোৰ দিছে। মূৰ্খৰো শুভ বুদ্ধিৰ উদয় হয়। ইয়াতেই আশা। হাতীৰ ৰচনাৰ এয়ে প্ৰমাণ কৰিবলগীয়া বিষয় অৰ্থাৎ Q. E. D *

———

* এই প্ৰবন্ধ নকল কৰি দিয়া ল'ৰাটিয়ে মোক ক'লে, হাতীৰ বুদ্ধিমত্তা আৰু মানৱিকতাৰ ওপৰত দুই-এখন সুন্দৰ কথাছবি ওলাইছে। মই কেইবাবছৰো কথাছবি চোৱা নাই। প্ৰবন্ধটো শুনি পণ্ডিত এজনে ক'লে—যাত্ৰাকালত হাতী দেখা মঙ্গলজনক। হাতীৰ নামটো ললেও ভাল—দৃষ্টা, শ্ৰুত্বা, পঠিত্বা।

## ধৰ্মৰ ব্যাধি

স্বাস্থ্য স্বাস্থ্যই, তাৰ বিশেষণ নাই। যক্ষ্মা স্বাস্থ্য, মেলেৰীয়া স্বাস্থ্য, কেন্সাৰ স্বাস্থ্য, ইনফ্লুৱেঞ্জা স্বাস্থ্য বুলি কোনো কথা নাই। ধৰ্মও ধৰ্মই—এটা মাত্ৰ ধৰ্ম। হিন্দুধৰ্ম, মুছলমানধৰ্ম, খ্ৰীষ্টানধৰ্ম, বৌদ্ধধৰ্ম—এইবোৰ ব্যাধি, ধৰ্ম নহয়। সংসাৰত সম্পূৰ্ণ স্বাস্থ্যৱন্ত মানুহ পোৱাটো অসম্ভৱ। প্ৰত্যেক ব্যক্তিৰে শাৰীৰিক স্বাস্থ্যত কিবা নহয় কিবা এটা খুত থাকে। কোনোজনৰ কফ ধাতু প্ৰবল, কোনোৱে চেনি নাখায়, কাৰোবাৰ ৰক্তচাপ অলপ উচ্চ, কোনোজনৰ পিঠিত অকণমান খৰ আছে, খজুৱায়। এনে অলপ দোষ থকা সত্ত্বেও এইসকলক আমি স্বাস্থ্যৱন্ত লোক বুলিয়েই কওঁ।

ধৰ্মবো তেনে দোষ থকা সত্ত্বেও আমি সেইবিলাকক ধৰ্ম বুলিয়েই ভাবোঁ। মানুহক যিদৰে অলপ বিকাৰ থাকে, ধৰ্মবো তেনে বিকাৰ থাকিব, ই স্বাভাবিক। সকলো ধৰ্ম মূলতে একে, সত্য আৰু প্ৰেম ইয়াৰ সাৰ বস্তু। তথাপি দেশ-কাল ভেদে প্ৰত্যেক ধৰ্মৰ লগত কিছুমান আচাৰ-অনুষ্ঠান সোমাই যায়, এইবিলাকৰ হাত সাৰিব নোৱাৰি। এই বাহ্যিক আচাৰ-অনুষ্ঠানবোৰকে আচল ধৰ্ম বুলি ভাবিলেই বিপদ। এনে উপকৰা কথাবোৰলৈ বৰকৈ চকু নিদিলেই বিভিন্ন ধৰ্মৰ মাজত অমিল আৰু বিদ্বেষৰ কাৰণ নাথাকে। দুৰ্ভাগ্যবশতঃ সাধাৰণ লোকে ধৰ্মৰ সাৰটোৰ কথা নাভাবি বাকলিটোলৈহে বিশেষ চকু দিয়ে। ধৰ্মই ধৰ্মই যে মাজে সময়ে সংঘাত হয়, এনে বিকৃত চিন্তাৰপৰাই হয়। এনে অৱস্থাত ধৰ্মক ব্যাধি বুলিবৰ মন যায়।

গতিকে সকলো ধৰ্মতে অলপ ব্যাধি থাকিলেও এই ব্যাধিৰ ওপৰত গুৰুত্ব দিব নালাগে। ব্যাধিৰ কথা ভাবিলে ব্যাধিয়ে চন পাই বাঢ়ি যায়। ধৰ্মৰ সৰুসুৰা বিভিন্নতাবোৰৰ কথা বৰকৈ নাভাবিলেই সকলো ধৰ্মকে স্বাস্থ্য বুলিয়েই কব পৰা যাব। ধৰ্মৰ সাৰকথা প্ৰকৃত ধৰ্ম বুলি চিন্তা কৰিলে ধৰ্মৰ ব্যাধিয়ে গা কৰিব নোৱাৰে। এই সম্পৰ্কত সকলো ধৰ্মৰ মানুহৰ মাজত এটা চিন্তা প্ৰবাহৰ অতি আৱশ্যক। বিজ্ঞানৰ প্ৰচাৰৰ ফলত এনে ভাবত প্ৰাধান্য আশা কৰিব পাৰি, লগতে সমাজৰ সচেতনাবো প্ৰয়োজন। বিচিত্ৰতা সংসাৰৰ নিয়ম, বিভিন্ন ধৰ্ম আৰু আচাৰ-অনুষ্ঠানো থাকিব। কিন্তু সমগ্ৰ মানৱজাতিৰ যে প্ৰধান কাম্য শান্তি আৰু সম্পদ এই কথা সকলোৱে বুজে। ইয়াৰ কাৰণে মানসিক প্ৰস্তুতিও অপৰিহাৰ্য্য। যুক্তিহীন সমাজত নানা ব্যাধি, বীজাণু বিয়পে। সাৰ্বৰ্ণিক ধৰ্মৰ প্ৰভাবে জগতলৈ শান্তি আনিব পাৰে।

———

# এ ঠাকুৰাণী আই, তোমালৈ যমে ডৰায়

বক্ৰদন্তিকা এই গৰাকী গোসানী সামান্যা নহয়। ভাগৱতৰ দশম স্কন্ধৰ ৪/৫টা শ্লোকত যি কথা কোৱা হৈছে তাকে শ্ৰীমন্ত শঙ্কৰে এটা বাক্যত প্ৰকাশ কৰিছে—

অনেক থানত থাকিলন্ত পাছে নানা পূজাবলি খাই। এই বুলি খোৱা গোসানীয়ে সাহিত্য, বুৰঞ্জী, ৰাজনীতি, অৰ্থনীতি আদি জীৱনৰ সকলো ক্ষেত্ৰতে ঘটনাৰ নিয়ন্ত্ৰীৰূপে সংসাৰখন চলাই আছিছে। ইয়াৰ কেইটামান নমুনা দিও।

ঋষিৰ শাপ নহ'লে কাব্যৰ কাহিনী আগ নাবাঢ়ে। বাল্মীকি বিমোৰত পৰিল। অন্ধ মুনি-দম্পতীৰ একেটি ল'ৰা। কাব্য গোসানীৰ হেঁচাত তাক বলি দিব লগাত পৰিল। অন্ধ মুনিৰ অভিশাপত অপুত্ৰক দশৰথৰ পুত্ৰ হ'ল, পুত্ৰ বনবাসলৈ গ'ল— ফলত সীতাহৰণ, লঙ্কা আক্ৰমণ, ৰাৱণ বধ। নহ'লে লঙ্কাৰ নামকেই বা কোনে শুনিলেহেঁতেন। শ্ৰীলঙ্কাৰ নাম।

শূৰ্পণখাৰ নাক কটাৰ কথা পাঢ় শুনি সৰু ল'ৰা-ছোৱালীয়ে আমোদ পায়, খেল্ খেলকৈ হাঁহে। বয়সীয়া মানুহে চিন্তা কৰে। ই যে কেৱল স্ত্ৰীজাতিৰ প্ৰতিয়েই অপমান এনে নহয়; ইয়াৰ লগতে শ্ৰীলঙ্কা ৰাজ্যৰো নাক কাণ কটা গ'ল। লঙ্কাধিপতিৰ পক্ষে মৰ্য্যাদাৰ প্ৰশ্ন। ফলত সীতা হৰণ, জটায়ু মৰণ, কুম্ভকৰ্ণ জাগৰণ আৰু দশানন-নিধন। এগৰাকী মহিলাৰ নাক বলি দিয়াটোৱেই যুদ্ধৰ এটা ঘাই কাৰণ হৈ পৰিল।

ৰামৰ বজা বালিক বলি দিয়াৰেই বা কি প্ৰয়োজন আছিল? বালি-ৰামৰ যুদ্ধখনো অশাস্ত্ৰীয়। সেই হে গাৱঁলীয়া নামতিয়ে আজিও গায়—

ৰাম ৰঘুনন্দন, বালিক বধিলা তুমি কি কাৰণ?…

ৰামৰ চৰিত্ৰৰ এটা চেকা।

কুন্তী আৰু তেওঁৰ পঞ্চপুত্ৰক বধ কৰাৰ ষড়যন্ত্ৰ। তেওঁ বিলাকক এটা change-ৰ কাৰণে জতুগৃহত থৈছিল। তাতে জুই লগাই পুৰি মাৰিব। বিদুৰে গম পাই সতৰ্ক কৰি দিলে, জতুগৃহৰ পৰা নিৰ্বিঘ্নে পলাবলৈ সুৰঙ্গও খন্দাই দিয়ালে। পঞ্চপুত্ৰে সহিতে দুখুনী মাগনীক কুন্তী আৰু পাণ্ডৱৰ সলনি ব্যাসদেৱে কাব্য ঠাকুৰাণীৰ নিৰ্দেশত বলি দিয়াৰ ব্যৱস্থা কৰিলে। কুন্তী আৰু পঞ্চপুত্ৰ ভস্মীভূত হ'ল, সকলোৱে ধৰি ললে। নহ'লে দুৰ্য্যোধনৰ চোৰাংচোৱাৰ হাতত সপুত্ৰ কুন্তী ক'ত সাৰে?

কুৰুক্ষেত্ৰ মহাযজ্ঞৰ কোটি কোটি বলিৰ মাজত দ্ৰৌপদীৰ পঞ্চপুত্ৰৰ কটামূৰ জিলিকি আছে। দ্ৰোণপুত্ৰই দিছে, গোসানীয়ে লৈছে। দ্ৰোণাচাৰ্য্যৰ মৰণো যুদ্ধৰ মৰণ নহয়, গোসানীৰ আগৰ বলি। গোসানীয়ে বীৰৰ মূৰ বলি ৰূপে গ্ৰহণ কৰে।

কেতিয়াবা butchery আৰু sacrifice পাৰ্থক্য নোহোৱা হয়। প্ৰজাতন্ত্ৰৰ নামত চীজাৰৰ হত্যা—ই কেনে ধৰণৰ বলি? ছেকছ্‌পীয়েৰৰ অথলে'ই ডেছডিমনাৰ হত্যা ছেকক্ৰিফাইজ্‌ বুলিয়ে ভাবি ললে।

বলিদানৰ কথা কিমান কবা? জগতৰ বুৰঞ্জীয়েই বলিদানৰ বুৰঞ্জী—Killing, murder, martyrdom, Crucifixion আদি বিচিত্ৰ ইয়াৰ ৰূপ। ইংৰাজবোৰে নিজৰ চাৰ্লছ ৰজাক বলি দিলে, তাকে দেখি ফৰাচীহঁতেও লুই ৰজাক গিল'টিন কাৰলে আৰু সেই মৃত্যুযন্ত্ৰ নিৰ্মাণ কৰা মিস্ত্ৰীৰ নামো কাললৈ বৈ গ'ল।

পলে পলে ক্ষণে ক্ষণে বলি হৈ আছে—দিয়াই দিছে, বুৰঞ্জীৰ গোসানীয়ে খাইছে আৰু নতুন বলি খাবলৈ খাপ লৈ আছে। ৰূপ্‌চিং বঙালৰ হাতত কটাযোৱা তোমাৰ দিণাই বৰফুকনক পাহৰিলা? তাৰো আগতে বাঘমৰাণ? কোনোৱে নিজে শিৰ আগবঢ়াই দিছে। কোনোক বলেৰে ধৰি নি বলি কৰিছে। কিমান উদাহৰণ দিবা?

ৰেডিঅ'টো বংলই ঠেকেচা মৰাদি ঠেকেচি ভাঙি থৰৰ মন যায়। খবৰ-কাগজবোৰ যেন বন্ধ কৰি দিম। কেৱল বলিৰ খবৰ, হত্যাৰ খবৰ, বধৰ খবৰ।

কিন্তু, পৃথিৱী এৰি কত পাৰ দিবা?

সোৱা কুমলীয়া পঠাটোৱে কল আৰু বুটমাহ খাইছে। নিৰ্ভয়ে, আনন্দমনেৰে। ওচৰত চিক্‌চিকীয়া দালৈ বলিকটীয়া থিয় হৈ আছে। এনে ট্ৰেজেডি। ট্ৰেজেডি গ্ৰীক্‌ শব্দ, অৰ্থ—অজগীত।

তুমি, আমি, তেওঁ বা কেতিয়া', কাৰ বলি? কোনে জানে? আমাৰ বিবেকটোক বা কিমানবাৰ বলি দিব লাগিছো। দক্ষ আকৌ জীলে, কিন্তু মূৰটো ছাগলীৰ মূৰ।



# তেঁতেলী আৰু ঔ

আমি আত্মজীৱনী লেখোঁ, সাহিত্য ৰচনা কৰোঁ, ভাষণ দিওঁ। সাধু দৰিদ্ৰৰ সন্তান সৌ কুকুৰটোৱে কেৱল মাজে-সময়ে ভুকিবহে পাৰে, আমি ব্যৱহাৰ কৰা ভাষা সি নাজানে। এয়ে পাৰ্থক্য।

আমাৰ মাজৰো অৰ্বুদৰ মাজৰ এজনেহে চিন্তা কৰি লেখে আৰু কয়। ত্ৰেতাযুগতে কোনোবাই কিবা ভবা-চিন্তা কৰি কৈছিল বা লেখিছিল, তাৰ ধ্বনি-প্ৰতিধ্বনিবোৰ আমাৰ নিজা বুলি ভাবোঁ, আৰু ৰবাই কৰোঁ।

কোনোবা কালত কোনোবা সাধকে সুদীৰ্ঘ সাধনা কৰি কিবা এটা জ্ঞান লাভ কৰিছিল। আমি কোনো কষ্ট নকৰাকৈয়ে সেই জ্ঞানৰ অধিকাৰী বুলি ভাবোঁ আৰু কোনোবাই কিবা এটা অচিনাকি নতুন কথা ক'লে ৰঙা কাপোৰ দেখি মতলীয়া হোৱা বলীয়া পালৰ বলধৰ দৰে দপ্‌দপাই উঠোঁ। এই দৃশ্য অতি উপভোগ্য—ধন খৰছ কৰি নাটঘৰলৈ নোযোৱাকৈয়ে ঘ'তে-ত'তে দেখা আমাৰ মুক্তি সাধক হ'বও পাৰে।

এটা জাতিৰ জীৱনত এশ-দুশ বছৰ কোনো কথাৰ কথা নহয়। বুৰঞ্জীৰ ঘড়ীত এহেজাৰ বছৰ এঘণ্টা। সমগ্ৰ জাতিৰ মন পাতালৰ লেবেৰেটৰীত কি সৃষ্টিৰ অদ্ভুত ৰহস্যময় ক্ৰিয়া চলি আছে, আছিল আৰু থাকিব। এই কালছোৱাত যোৱা এহেজাৰ বছৰ ধৰি ভাৰতত এটা মন্ত্ৰ অখণ্ডভাৱে মানুহৰ কাণত পৰি আহিছে। এজন মনীষী দেশপ্ৰেমিক লোকে কওক—

The Indian mind has tor some centuries been more or less in a captivity the strict regulated lite of the Shastras, the rule of the priest, the lack of opportunities for education, the constantly disturbed condition of the country, the philosophical pessimism of the creeds and cults, the billettling of life by centuries of monasticism and asacelcism—all had for some time combined to make life in India static rather than dynamic. Voices were from time to time raised against the gross forms of worship and ritual followed by the people, but

they were not powerful enough to make an effective **crousade** against ignorance. The **in** that India of the last thousand years has been more decadent than **progrenir** often going backward rather than forward.—Lala Lajpat Roi in Problem of National Education in India.

ইংৰাজীত লিখা কথাখিনি চমুকৈ ক'বলৈ গ'লে এনে—ভাৰতীয় জাতিৰ মনটো যোৱা এহেজাৰ বছৰ পোতাশালত বন্দী হৈ থকা বুলি ক'ব পাৰি। ইহকালৰ জীৱনতকৈ পৰকালৰ জীৱনটোক আগঠাই দি জীৱন আৰু সংসাৰৰ প্ৰতি এটা বৃথা বৈৰাগ্যৰ সৃষ্টি কৰা হৈছিল। জীৱনৰ ৰথখন ৰৈ গ'ল, আগবঢ়া নাই। ধৰ্মীয় অনুষ্ঠানৰ অলপ ইফাল-সিফাল হৈছে, কিন্তু জীৱনৰ প্ৰতি দৃষ্টিভঙ্গীৰ একো সালসলনি ঘটিব পৰা নাই।

ওপৰত উল্লেখ কৰা পুথিখনতে গ্ৰন্থকাৰ গৰাকীয়ে আকৌ কৈছে—

The general prevailing idea of life in India is that it is a necessary evil. That life itselt is a **misary** and misfortune from which it is desirable to escape is so deeply written in the souls of our people that it is not easy to efface it. What is needed is an earnest, widely spread, persistent effort to teach and preach the gospel of life. That life is real, procious, earnest, invaluable to be **frized**, preserved, prolonged and enjoyed is not so obvious to our people as it should be. Not that the Indian do not value living The vast bulk of them prefer mcre living to honourable living. ( পূৰ্বোক্ত, পৃঃ ৩৯ )

এইখিনি কথাৰ সাৰমৰ্ম এয়ে—ভাৰতৰ সৰ্বসাধাৰণ মানুহৰ ধাৰণা যে জীৱনটো এটা যন্ত্ৰণা, ইয়াৰ হাত সাৰিব পৰাটোৱেই কাম্য। সৰ্বসাধাৰণৰ মাজত হৃদয়ঙ্গম কৰাবলগীয়া হৈছে যে জীৱনটো অৰ্থহীন নহয়, ই মূল্যবান, ইয়াক স্বাস্থ্যবান আৰু সুখী কৰিবলৈ যত্ন কৰিব লাগে। মানুহৰ ঐহিক জীৱনৰ প্ৰতি থকা তুচ্ছভাৱ ভাব সম্পূৰ্ণ নাশ কৰি জীৱনৰ প্ৰতি আগ্ৰহ সৃষ্টি কৰা প্ৰথম কৰ্তব্য।

যি গীতাই প্ৰাচীন ভাৰতৰ সাধাৰণতে প্ৰতিনিধিত্ব কৰিছে বুলি কোৱা হয় তাতো ইহ জীৱনৰ যুদ্ধক্ষেত্ৰৰ কথাই সৰহ।

স্বকৰ্মনা তমভ্যাৰ্চ্য সিদ্ধিং বিন্দতি মানবঃ ( গীতা ১৮ )। কৰ্মফলক আত্মা

নকৰি স্বকৰ্মৰ দ্বাৰাই তেওঁক অৰ্চনা কৰিলেই মানুহে সিদ্ধিলাভ কৰে। ধৰ্মৰ অবিৰোধী মানবীয় কামনা-বাসনাবোৰো ঈশ্বৰৰ অনুমোদিত ( গীতা ৭/১১ )।

উপনিষদৰ ধৰ্মও সাংসাৰিক জীৱনৰ বিৰোধী নাছিল। তদুপৰি উপনিষদ কোনো সাম্প্ৰদায়িক ধৰ্মৰ প্ৰবক্তা নহয়। ইয়াত সাংসাৰিক জীৱনত কোনো সংযত আৰু পবিত্ৰ জীৱনৰ আদৰ্শহে দাঙি ধৰিছে।

উপনিষদৰ পৰৱৰ্তী কালত পৌৰাণিক যুগত নানা ধৰ্ম সম্প্ৰদায়ৰ সৃষ্টি হোৱাৰ লগে লগে সংসাৰৰ প্ৰতি বৃথা বৈৰাগ্যৰ প্ৰচাৰ আঞ্চলিক সাহিত্যসমূহৰ যোগেদি ব্যাপকভাৱে শ শ বছৰ প্ৰচাৰিত হৈ মানুহৰ আধ্যাত্মিক তথা বৌদ্ধিক জীৱন পঙ্গু কৰিলে।

গান্ধীজীয়ে ইং ১৯২৫ চনত ইয়ং ইণ্ডিয়া কাকতত এটা তাৎপৰ্য্যপূৰ্ণ মন্তব্য কৰে। তেওঁ লিখিছিল যে ভাৰতৰ inert (জড় ) জনতাতকৈ পশ্চিমৰ তথাকথিত জড়বাদী সাধাৰণ মানুহ তেওঁৰ অহিংস আন্দোলনত অংশগ্ৰহণ কৰিবৰ কাৰণে অনেকগুণে অধিক উপযুক্ত। এই কথাবোৰ তেওঁ কিয় ক'ব লগা হৈছিল ?

ভাৰতীয় লোকৰ এনে অৱনতি কিয় হ'বলৈ পালে ? বেদ-উপনিষদ ৰামায়ণ-মহাভাৰতৰ পাছৰ যুগৰপৰা ক্ৰমে এটা উদাসীনতা মানুহৰ মনত সোমাবলৈ ধৰিলে আৰু এই প্ৰবৃত্তিয়েই কৰ্কটৰোগে খোৱাদি জাতীয় দেহটো খাই খাই শেষ কৰিলে। এনে দক্ষিত ৰোগৰ চিকিৎসাও কঠিন। তথাপি নমৰে মানে আশা এৰিব নাপায়।

অতি প্ৰাচীন ৰোগত ভোগা ৰোগীয়ে নিজৰ কালবৈৰী ৰোগটোকো মিত্ৰি-কুটুম বুলি ভাবি তাক আদৰ-সাদৰহে কৰে। ইও এটা abnormal psychology-ৰ উদাহৰণ। এনে ৰোগীক যদি কোনোবাই উপদেশ দিয়ে তেন্তে তেওঁ হিতাকাঙ্ক্ষীকো গালি-শপনি পাৰি মাৰিবলৈ খেদি যায়। অস্বাভাৱিক মন বৈকল্য।

সংসাৰ অসাৰ বুলি ভাবি ইয়াৰপৰা মুক্ত হ'বলৈ চেষ্টা কৰাটোৱেই ধৰ্মৰ প্ৰধান অংগ বুলি ধৰিবলৈ মানুহে শিক্ষা পালে। যি লোকে এনে ধৰ্ম পেটে-সমনিতে গ্ৰহণ কৰিব নোখোজে তেওঁলোকেও কিবা এটা চিন্তাৰ দোমোজাত পৰি অস্বাভাৱিক মানসিক দ্বন্দ্বৰ মাজত জীৱন যাপন কৰে। এনে দোধোৰ-মোধোৰত পৰি মানুহৰ ধৰ্ম এটা কিম্ভূত কিমাকাৰ ধৰ্ম। ধাপনাৰ ওচৰত পুত্ৰ ভাৰ্য্যা, সংসাৰ-সম্পত্তি অসাৰ বুলি প্ৰাৰ্থনা কৰিছোঁ ; নামঘৰৰপৰা ওলাই আহি সাংসাৰিক প্ৰবৃত্তিৰ অনুসৰণ কৰিছোঁ—ই এটা অদ্ভুত phenomenon। ইয়াৰ ফলত মানুহ মিথ্যাচাৰ বা কপটাচাৰ হয়। এই মিথ্যাচাৰৰপৰা মুক্তি লাভ কৰাৰ উপায় কি ?

অৰবিন্দৰ কথা এটা এইখিনিতে মনত পৰিল। তেওঁ কৈছিল উপনিষদৰ যুগৰ, বুদ্ধৰ যুগৰ বা কালিদাসৰ যুগৰ কোনো মনীষী যদি এতিয়া ভাৰতলৈ আহে তেওঁ দেখিব—He would see his race clinging to forms and shells and rags of the past and missing nine-tenth of its nobler meaning. He would be amazed by the mental poverty, the immobility, the static repetition, cessation of science the long sterility of art, comparative feebleness of creative intution.

মানুহে সাহ নোহোৱা খোলাটো প্ৰাণহীন অনুষ্ঠান লৈ বহি আছে। প্ৰাচীনৰ শতকৰা ৯৯ ভাগ বুজা নাই। মানুহৰ জড়তা, পুৰণি কথাৰ পুনৰাবৃত্তি, সৃষ্টি ক্ষমতাৰ অভাৱ।

জীৱৰ মৃত্যু অনিবাৰ্য্য, সংসাৰ বিনশ্বৰ, ই সত্য। কিন্তু ইয়াক চিন্তা আৰু জপ কৰাত লাভ কি? সংসাৰ বিনাশী বুলি জানিও সংসাৰৰ আৰু সমাজৰ প্ৰতি কৰ্তব্য পালন কৰি আমাৰ চকুৰ আগত থকা জগৎখনৰ অৱস্থা কিছু উন্নত কৰিব পৰাটোহে পৰম ধৰ্ম। আমাৰ আগত থকা জগৎখন সকলোৱে দেখিছোঁ, সকলোৱে ইয়াত ভাগ আছে। দূৰণিৰ স্বৰ্গ, বৈকুণ্ঠ বা বেহেস্তক বিশ্বাস কৰি থাওক; কিন্তু এই মাটিৰ পৃথিৱীখনকে মঙ্গলময় কৰি তোলা সকলো বুদ্ধিমান লোকৰ কৰ্তব্য।

আগৰৱালাৰ ক্ষীণ মাত এটা শুনিছে বহুতেই। এই মাতটো আৰু গহীন আৰু দূৰ ব্যাপী হ'ব লাগে।

এই যে পৃথিৱী সবাতো অধিক আমাৰ নিজাপী ঘৰ।

---